# অশান্ত ইলেক্ট্ৰন্

সৌৰভ কুমাৰ চলিহা

বৰুৱা বুক এজেন্সি
গুৱাহাটী

"Ashanta Electron"—a collection of short stories by Saurav Kumar Chaliha, in Assamese, published by Badan Chandra Barua, Barua Book Agency, Panbazar, Gauhati. Oct. 1962.

প্ৰকাশক :
শ্ৰীবদন চন্দ্ৰ বৰুৱা
বৰুৱা বুক এজেঞ্চি
পান বজাৰ, গুৱাহাটী

বেটুপাত :—পৰিকল্পনা—লিখক
শিল্পী : কামাখ্যা দত্ত।

মূল্য :—তিনি টকা।



মুদ্ৰাকৰ :—
শ্ৰীনাৰায়ণ চন্দ্ৰ বসাক
জয়শ্ৰী প্ৰেছ
৯১।১বি, বৈঠকখানা ৰোড
কলিকতা ৯

ভাগিনক

# সূচী

# অশান্ত ইলেক্ট্রন

ৰাতিপুৱা ৰবীন্দ্র-সঙ্গীতৰ সুৰত নিখিলৰ টোপনি ভাঙিল। এটি আগেয়ে শুগুনা গান। কাণ দুখন অলপ সজাগ কৰি তাৰ কথাবোৰ বুজিবৰ সি এবাৰ ব্যৰ্থ চেষ্টা কৰিলে। চকু মেলি সি দেখিলে কোথাত তাৰ স্বচ্ছ পোহৰ। খিৰিকিৰ ফুটাৰ ভিতৰেৰে বাহিৰৰ সূৰ্য্যৰশ্মি ভিতৰলৈ এটা সৰু ৰেখাৰে সোমাই আহিছে, ইতস্ততঃ বিক্ষিপ্ত ধূলিকণাৰ সহায়ত স্পষ্ট দেখা গৈছে তাৰ পথ। পোহৰৰ ঋজুৰেখ গতি···

সমুখৰ বেৰৰ কেলেণ্ডাৰৰপৰা হাঁহি থকা গাভৰু গৰাকীয়ে তাক অভিনন্দন জনালে। টেবুল ফেন খনৰ ব্লেড কেইখনৰ পৰা প্ৰতিফলিত সূৰ্য্য-ৰশ্মিয়ে তাৰ চকুত চমক দি গ'ল। খিৰিকীখন সি হাত বঢ়াই মেলি দিলে। প্ৰতিবেশীৰ ঘৰৰ পৰা ভাঁহি আহিল স্কুলৰ লৰাটোৰ শব্দ-ৰূপ মুখস্থ কৰাৰ ক্ষীণ শব্দ, নীল আকাশৰ পৰা ভাঁহি আহিল বগা মেঘৰ উচ্ছাস, সকলো তল পেলাই ভাহি আহিল ৰেডিঅ'টোৰ পৰা পুৱাৰ ৰবীন্দ্ৰসঙ্গীত। তাৰ অকাৰণ পুলকৰ আনন্দোচ্ছাসৰ লগত সুকণ্ঠী গায়িকাৰ সঙ্গীতৰ সুৰ দুটা সৰ্ব্বসদৃশ হাৰ্মনিক ঢৌৰ দৰে মিলি গ'ল। চিগাৰেটডাল জলাবলৈ মুখত দি হঠাৎ সি বৈ গ'ল—দিয়াছলাইটো এটা সৰু শব্দ কৰি বিছনাত বাগৰি পৰিল।

যোৱা নিশাৰ কথা তাৰ মনত পৰিল। গাৰুৰ কাষত পৰি থকা চিনেমা-আলোচনীখনলৈ সি এবাৰ বিতৃষ্ণাৰে চালে। তাতোকৈ বেছি বিতৃষ্ণাৰে সি চালে তাৰ তিতা কাপোৰবোৰলৈ, বিছানাখনলৈ। হঠাতে সুন্দৰ পুৱাটো তাৰ নষ্ট হৈ গ'ল, ব্যৰ্থ হৈ গ'ল। নতুন দিনৰ ৰবি-ৰশ্মিক কিয় সি জনাব নোৱাৰিলে তাৰ উষ্ণ অভিনন্দন ? এটা হতাশা···

দৈনন্দিনতাৰ আৰম্ভণি। চাহকাপ আগবঢ়াই দি বৌয়ে কলে, "আজি কিন্তু কাপোৰ কেইগজ আনি দিবই লাগিব ! তুমি সদায় ফাঁকি দিয়া।"

"হুঁ", নিতান্ত অন্যমনস্ক ভাবে সি ক'লে। যোৱা ৰাতিৰ অভিজ্ঞতা তাৰ এতিয়া এটা বীভৎস অবাস্তৱ সপোন যেন বোধ হৈছে।

"হ নহয়, এতিয়াই পইচা লৈ ওলোৱা। ফ্ৰক ছুটা কৰাই নহ'ব সোনকালে"—

এৰা, বীভৎস। কিন্তু তাৰ কাৰণে নিজকে দায়ী কৰিবলৈ সি প্ৰস্তুত নহ'ল। অপৰাধ স্বীকাৰ কৰাত তোমাৰ আপত্তি কিয়? তুমি ইমান ভীৰু? এইখিনি নৈতিক সাহস তোমাৰ নাই?

"ফ্ৰক?" হঠাৎ তাৰ চমক ভাগিল। প্ৰশ্ন কৰিলে সি বিমূঢ়ৰ দৰে।

"কেলেই সোণটিহঁত নাহিব জানো পৰহিলৈ?" বৌৱে ক'লে, চকুহুটা অলপ ডাঙৰ কৰি, "ইলা-নীলাৰ কাৰণে"—

অ' হয়। তাৰ মনত পৰিছে। পৰহিলৈয়েতো সোণটি বাইদেউহঁতৰ অহাৰ কথা। ইলা-নীলাৰ মুখ তৎখন তাৰ চকুৰ সমুখত ভাঁহি উঠিল। সিহঁত এতিয়া আগতকৈ যথেষ্ট ডাঙৰ হ'ব পায়। এৰা, আগতকৈ বেছি মৰম লগাও হৈছে নিশ্চয়।

"অঃ, বৌ, মোৰ ৰুমটো আজি অলপ থিতাপি লগাই দিব।"

বৌৱেকে নাহাঁহি নোৱাৰিলে। নিখিলে ভয় খাইছে। ঘৰৰ এই বিশৃঙ্খল অবস্থা দেখিলে সোনটিয়ে তাক শুদাই নেৰিব।

"সেইটো হ'ব বাৰু। তুমি এতিয়া ওলোৱা!"

"ইমান ব্যস্ত হৈছে কিয়? সময়তো ঢেৰ আছে।"

বৌৱে এটা অদ্ভুত মুখভঙ্গী কৰিলে। নিখিল হঠাত আচৰিত হ'ল। ব্যস্ত তাটো কিহৰ হঠাৎ সি অনুভৱ কৰিলে। ইলা-নীলাৰ প্ৰতি আন্তৰিক মৰম প্ৰকাশ কৰিবলৈ বৌ ব্যস্ত হৈ উঠিছে। সি তাকে ভাবিলে।

"মন্থ থকা ঘৰটো আজি পৰিষ্কাৰ কৰিব লাগিব। সোনটিৰ আকৌ ঘিহে লাগি থকা স্বভাৱ! অলপ মলিয়ন পালেই হৈছে।"

এইবুলি বৌৱে এটা সৰল হাঁহি মাৰিলে। নিখিল কি এটা স্কেপ্ টিক্? হাঁহিটো সি সৰলভাৱে লব নোৱাৰিলে কিয়? তাৰ মনত হ'ল এতিয়াই বৌৱে কঁকালত কাপোৰ বান্ধি বিমলাৰ হাতত বাঢ়নী তুলি দি ঘৰটো পৰিষ্কাৰ কৰাত লাগি যাব। দেউতাই দেখিব, তেওঁৰ জীয়েকৰ থকাৰ ব্যৱস্থাৰ কাৰণে বৌৱে নিজৰ বিহাখনত মকৰাৰ জাল লগাইছে, নিজৰ পুতেকক বিছনাত এৰি থৈ। মানুহক দেখুওৱা আন্তৰিকতাত ভোল গৈ দেউতাই মনে মনে বৌৰ প্ৰশংসা কৰিব, শলাগ ল'ব। সোনটিৰ শুচিবায়ু-গ্ৰস্ততাৰ প্ৰতি তাৰ আগত এই যে সহাস্য ইঙ্গিত, তাৰ মাজত জানো এটা এৰাব নোৱাৰা কৰ্ম্মভাৰৰ ইঙ্গিত নাই?



অথবা হয়তো সি আজিকালি অত্যন্ত নীচ মনৰ হৈ গৈছে··· দেউতাৰ সেৱা-শুশ্ৰূষাৰ নামত বৌৱে নিজৰ স্বাৰ্থ পূৰণ কৰি লৈছে, এই ভাবটো কোনে তাৰ মূৰত সুমুৱাই দিলে? কোনে তাক ইঙ্গিত দিলে, এই সুচতুৰা মানুহজনীয়ে সংসাৰ চলোৱাৰ নামত চলাইছে এটা শোষণকাৰ্য্য?

ছিঃ ছিঃ—

"ৰাণুৰ ঘা ডোখৰৰ কি হ'ল? বাৰ্ণল্ দিছেনে নাই আজি?"

"দিছো। ঘাডোখৰ নুশুকোৱাতে পৰিল।"

বৌৰ মুখত এডাল চিন্তাৰ ৰেখা। নিখিলে ভাবিলে, আন্তৰিক। স্বয়ংক্ৰিয় কাম এটাৰ দৰে বৌৱে আৰু এটুকুৰা ৰুটি নিখিলৰ প্লেটলৈ আগ বঢ়াই দিলে। নিখিলে দেখিলে, বৌৰ মুখৰ ভাবটো সঁচাকৈয়ে আন্তৰিকতাপূৰ্ণ। সাগ্ৰহে সি ৰুটি-খনত কামোৰ দিলে।······কিহে বাৰু আনিলে এই পৰিবৰ্ত্তন?

"ঘৰখনৰ পৰা বেমাৰ-আজাৰ নুগুচাতে পৰিল। অ', শুনিছা, নবীনৰ মাকৰ কালি ৰাতি হেনো বৰ টান গৈছে—তুই নে আঢ়ৈ বজাত ডাক্তৰ আহিছিল।"

"হয় নেকি?"

"ওঁ। একলাখ নে তুইলাখ কিবা পেনিচিলিন দিছে।"

অজ্ঞতাৰ স্বীকাৰোক্তি স্বৰূপে বৌৱে হাঁহিলে। পেনিচিলিন বস্তুটো যে লক্ষ লক্ষৰ হিচাপতহে চলে, এইটোও হয়তো বৌৰ কাৰণে এটা বুজিব নোৱাৰা কৌতুকৰ কথা। হাঁহিটো নিখিলৰ বৰ সুন্দৰ লাগিল, সৰল গাঁৱৰ ছোৱালীহে বৌৱে আত্মপ্ৰকাশ কৰিলে। আৰু এবাৰ স্বয়ংক্ৰিয় ভাৱে বৌৱে হাতখন আগবঢ়াই দিলে, গলৰ ভিতৰলৈ অসাৱধান ভাৱে সোমাই যোৱা নিখিলৰ কামিজৰ কলাৰডাল উলিয়াই ঠিক কৰি দিলে। বৌৰ হাতৰ স্পৰ্শৰ পৰা চিগাৰেটৰ পেকেটটো কৌশলেৰে ৰক্ষা কৰি নিখিল উঠিল।

কাহৰ শব্দ। শুকান কাহ। দেউতা টোপনিৰ পৰা উঠিছে। ৰাতি নিশ্চয় ভাল টোপনি হোৱা নাই। চকু ছুটাই কয়। অসংখ্য চিন্তাত বৃদ্ধ ব্যতিব্যস্ত। খৰমৰ শব্দৰ লগত বৌৰ মেখেলাৰ দ্ৰুত খচ্ খচ্ শব্দত নিখিলৰ মনৰ পৰা লঘু ভাবটো আকৌ নিমিষতে অদৃশ্য হৈ গ'ল। 'অঃ, ব্যস্ততাত বৌ তোমাৰ দেউতাই শুই উঠাৰ পৰাই আজৰি পোৱা নাই,' ব্যঙ্গসহকাৰে সি ক'লে নিজে নিজে ···আকৌ, আকৌ,—নিখিল, তুমি এই ঠেকমনৰ কথাবোৰ ···কিন্তু, কিন্তু ঘটিততো মুখ ধুবলৈ পানী দিয়াই আছিল, লৰালৰিকৈ আহি বৌৱে তাতোকৈ অলপ ডাঙৰ ঘটি এটা বদলাই দি যোৱাৰ দি দৰ্কাৰ আছিল বাৰু?···

"মইনা।"

সি কাষত গৈ থিয় হ'ল।

"বোৱাৰীৰ পৰা পইছা লৈ যা, মোৰ হোকাৰ নলীডাল বদলাই আনিবি। একেবাৰে নষ্ট হৈ গৈছে।"

"বাৰু।"

নলীডাল সঁচাকৈয়ে নষ্ট হৈ গৈছে। ক'লা ক'লা দাগ পৰিছে। গুৰ্ গুৰিটোৰ গাটো মামৰে ধৰিবলৈ আৰম্ভ কৰিছে। চিলিমটোৰ কান ভাগি গৈছে। মুখত অসন্তোষ ফুটাই বৃদ্ধই ধপাত খাইছে। মাজে মাজে উচপিচাই উঠিছে; চকীখনৰ হাতল ডুডালৰ প্ৰতি এটা বিৰক্তিজনক দৃষ্টি নিক্ষেপ কৰিছে। চকীত নিশ্চয় আকৌ উৰহ হৈছে। সিদিনা মাথোন উৰহ বোৰ মাৰিছে বৌৱে গৰম পানী ঢালি।

মনটো আকৌ ক্ষিপ্ত হৈ গ'ল। বৌৱে কৰিছে কি? নিজৰ অঘাইতং লৰা ছোৱালী কেইটাৰ পিছতে সকলো সময়তে ব্যস্ত।

মূৰত তাৰ আন্দোলন চলিছে, নিজৰ ওপৰত এটা দাৰুণ ঘৃণা, যোৱানিশাৰ বীভৎসতা, বৌৱেকৰ ওপৰত এটা অসন্তোষ, হয়তো অহৈতুক···হঠাতে সমস্ত চুবুৰীৰ প্ৰতি তাৰ মনত এটা দাৰুণ বিতৃষ্ণা উপজিল, স্বাৰ্থপৰ সুবিধাবাদী মানুহবোৰৰ মুখবোৰ হঠাৎ তাৰ চকুৰ সমুখেৰে ছায়াছবিৰ দৰে ভাহি গ'ল।

"বৌ, উৰহ আকৌ বাঢ়িছে হবলা, ডি-ডি-টি এবটল আনিব লাগিব আজি।" সি পাকঘৰলৈ সোমাই গ'ল।

"ডি-ডি-টি কোনো কামৰ নহয়। এব্ছলিউট্‌লি ইউজ্‌লেছ," বিজ্ঞৰ সুৰত ক'লে ৰঞ্জনে। নিৰ্লিপ্তভাৱে সি এলাক্কুৰে ক'লা বেৰকেইখন লক্ষ্য কৰিছে।

"তই ইমান পুৱাই ক'ৰ পৰা ওলালি?"

"মণ্টুৰ জ্বৰ কালিৰপৰা, থাৰ্মামিটাৰডাল নিবলৈ আহিলো।"

"কি হৈছে?"

"কিটো হব আৰু! পানী লাগি জ্বৰ উঠিছে, তাৰ কাৰণেই এডাল থাৰ্ম'মিটাৰ লাগে।" তাৰ মুখত বিৰক্তি প্ৰকাশ পালে, পানী লগা জ্বৰক যে সি স্বীকাৰ কৰিবই নোখোজে, বেছ বুজা গ'ল।

বৌক চিন্তিত দেখা গ'ল। ৰঞ্জনে স্পষ্ট বুজিলে, থাৰ্ম'মিটাৰ ডাল দিবলৈ বৌৱে ভাল পোৱা নাই। কি ঠিক, যদি ভাগি যায়, যদি হেৰাই যায়? ভদ্ৰতাৰ খাতিৰত নিশ্চয় তাৰ দাম বা বস্তুটো ঘুৰাই লব নোৱাৰি। অথচ—



মণ্টুৰ জ্বৰৰ খবৰ লবলৈ বৌৱে কণ্ঠত এটা আন্তৰিকতাৰ সুৰ আনিবলৈ চেষ্টা কৰিলে। সকলোৰে অলক্ষিতে নিখিলে মুখ বিকৃত কৰিলে আৰু ৰঞ্জন অলপ বিব্ৰত হৈ পৰিল।

"পাকঘৰটো বৰ আন্ধাৰ হৈছে।" ৰঞ্জনে পৰিস্থিতি ঘূৰাবৰ চেষ্টা কৰিলে। নিখিলৰ মতে ৰঞ্জন এটা 'পেডাণ্ট্'। তাৰ প্ৰমাণ পোৱা গ'ল। "লাইটৰ ৰিফ্লেক্চনৰ মুঠেই সুবিধা নাই—ইমান ক'লা হৈছে বেৰবোৰ।"

"এৰা ধোঁৱায়ো বৰ দিগ্ দিয়ে। চকুৰে পানী উলিয়াই এৰে।"

"ই মইনাই কৰিছে কি? সি মিস্ত্ৰী এটা মতাই আনি খিৰিকী দুখন অলপ ঠিক কৰি দিব নোৱাৰে?"

নিখিলৰ প্ৰতি ৰঞ্জনে এটা কৰ্তৃত্বৰ দৃষ্টি নিক্ষেপ কৰিলে। পিৰা এখনত বহি ৰঞ্জনে নিস্পৃহভাৱে ভৰি দুখন মেলি দিলে। মণ্টুৰ জ্বৰৰ কথাই তাৰ মনত অলপো প্ৰতিক্ৰিয়া কৰা নাই। সি অন্য কথা ভাবিছে। তাৰ হাতৰ চাহৰ কাপত সূৰ্য্যৰশ্মি প্ৰতিফলিত হৈছে।

"বৌ, এইপিনে চাওক। এই কাপটোৰ ভিতৰৰ চাহৰ ওপৰত এই কাৰ্ভ্‌ডাল দেখিছেনে?"

"ক'তা? অ' অ' দেখিছো।"

"কিয় দেখা গৈছে জানেনে? এই মইনা, তই জান নে নাজান? ইয়াক কষ্টিক্ কাৰ্ভ্ কয়; চানলাইট যেতিয়া—"

"কি কয়? কষ্টি—" বৌৱে হাঁহি দিলে।

"হৈছে, তই বিদ্যা জাহিৰ কৰিব নালাগে। আমাৰ সেইবোৰ নুবুজিলেও চলিব।" নিখিলৰ মাতত বিৰক্তি প্ৰকাশ পালে, পুৱাৰ পৰাই তাৰ 'মেজাজ' বেয়া।

"এৰা, ক বুলিব নাজানো, ৰত্নাবলী পঢ়িমগৈ।" বৌৱে ক'লে, "মোৰ ঢেৰ কাম আছে পাই। সেইসোপা বুজিবলৈ নো আমাৰ সময় ক'ত?"

সময়ৰ অভাবটো বৌৱে বেছ বুজাই দিলে। মৈদাখন টানি আনি বৌৱে পাচলি কুটাত লাগি গ'ল। বৌৰ লঘু হাঁহিটোৱে ৰঞ্জনৰ শেষ হৈ যোৱা উৎসাহ ঘূৰাই আনিব নোৱাৰিলে।

"আপোনালোকৰ কোনো কথাতে দেখিছো আগ্ৰহ নাই। ই, মইনা, কেৱল দিনৰ দিনটো শুব বা ঘূৰিব। তই জহন্নামে গৈছ।"

"মই জহন্নামে গৈছো? তোৰ কষ্টিক্ কাৰ্ব্ভ্‌নে কি সেইডাল হুবুজাৰ কাৰণে?"

"কেলেই, মোৰ কথা শুনিলে কি মহাভাৰতখন অশুদ্ধ হ'লহেঁতেন? নতুন কথা জনাৰ কাৰণে মানুহৰ এটা আগ্ৰহ থকা উচিত।"

বিজ্ঞতাৰ প্ৰকাশ! বৌৱে মৈদাখনৰপৰা মুখ তুলি ৰঞ্জনৰ পিনে চাই এটা বিদ্ৰূপৰ হাঁহি মাৰিলে। ৰঞ্জনৰ সেইটো গাতেই নালাগিল। নিখিল কিন্তু হঠাৎ ক্ষিপ্ত হৈ উঠিল। জনাৰ আগ্ৰহ! বহুত জানিছে সি, যিবোৰ হয়তো নজনাই ভাল আছিল। বহুত কদৰ্য্য কথা শিকিছে, বহুতে তাক জঘন্য বস্তু শিকাইছে। তাৰ ফল এতিয়া সি ভোগ কৰিছে। তাৰ জীৰ্ণ, ক্ষীণ দেহৰ পিনে চাই বৌৱে বাৰু কি ভাবিছে? কি ভাবিছে তাৰ শালমইনাৰে ভৰি যোৱা মুখখনলৈ চাই?

"ইগ্‌ন'ৰেঞ্চ" সি লাহে লাহে ক'লে, "ইজ্ এ ব্লেছিং।"

"তেতিয়া, যেতিয়া ইট্ ইজ্ ফুলিংশ্ টু বি ৱাইজ।"

নিখিল নিৰ্ব্বাপিত হৈ গ'ল। কথাটো এনেকৈ কেতিয়াও সি ভাবি চোৱা নাই। প্ৰথম বাৰলৈ সি ৰঞ্জনৰ পিনে সপ্ৰশংস দৃষ্টিৰে চালে। দৃষ্টিটো ৰঞ্জনে দেখিলে নেকি? সি লৰালৰিকৈ চকু ঘূৰাই নিলে।

"বেছ হৈছে।" বৌৱে ক'লে, "দুইজন মিলিছা যেতিয়া হৈছে আৰু! আৰু কেইঘণ্টা লেক্‌চাৰ চলিব তোমালোকৰ?"

বৃদ্ধৰ দৃষ্টি এৰাবৰ চেষ্টা কৰিলে ৰঞ্জনে। বৃদ্ধৰ দৃষ্টি কিন্তু সজাগ। সাংসাৰিক দুশ্চিন্তাই বৃদ্ধৰ দেহ দুৰ্ব্বল কৰি আনিছে, চকুৰ দৃষ্টিও হয়তো ক্ষীণ হৈ গৈছে, তথাপি এতিয়াও বৃদ্ধক সহজে ফাকি দিয়া টান। ৰঞ্জনে মাজে মাজে অবাক হয়, কি দৃঢ় শৰীৰ। চলোতে চলোতে হয়তো বৃদ্ধ পৰি যাব খোজে, তথাপি পৰি নাযায়। তাৰ দুখ লাগে, মুখত তাৰ ব্যথাৰ চিন ফুটি উঠে, নিখিল হয়তো অলপ আচৰিত হয়, বৌ হয়তো অলপ বিব্ৰত হয়, ৰঞ্জনে সেইটো ঢাকিবৰ প্ৰাণপণে চেষ্টা কৰে, এটা কৌতুকৰ হাঁহি টানি আনে মুখত—যেন সি আমোদ পাইছে, ফিচ্‌ফিচাই কয়, 'আনষ্টেব্‌ল্ ইকুইলিব্ৰিয়াম্।'

'ৰঞ্জন নেকি?"

মূৰ খজুৱাই সি কাযত গৈ থিয় দিলে। মণ্টুৰ জৰৰ কথা কলে।

"তুমি কেতিয়া যাবা? ইউনিভাৰ্ছিটি খুলিব কেতিয়া?"

"বাইশ তাৰিখে। মই উনৈশ তাৰিখে যামগৈ।"



"পঢ়াশুনা কৰিছানে নাই ভালকৈ? ফাৰ্ষ্ট ক্লাচ পাবই লাগিব। মইনাটোৰতো একো নহলেই।"

মইনাই কাষৰ কমত এটা নিশ্বাস এৰিলে। সি দুঃখিত। কিন্তু—

"তুমি ইয়াৰ মাজত এবাৰ শ্বিলঙলৈ যাব লাগিব। কিবা কাম আছে নেকি?"

"শ্বিলঙলৈ?"

"ধনৰ খবৰ লৈ আহিবা। কালি বাপৰ পৰা চিঠি পাইছো, সি আকৌ খুব ভায়লেণ্ট্ হৈছে। কালিয়েই যাব লাগিব তুমি।"

বৃদ্ধৰ মুখত চিন্তাৰ ৰেখা। ৰঞ্জনে জনা কোনো কাৰ্ভৰ লগতে বৃদ্ধৰ চিন্তাক্লিষ্ট মুখৰ ৰেখাবোৰৰ সাদৃশ্য উলিওৱাৰ কথা তাৰ মনলৈ আহিল। সি মাথোঁ অলপ চিন্তিত হৈ উঠিল।

ধীৰভাবে, অত্যন্ত প্ৰশান্তভাৱে নিখিলৰ দেউতাকে তাক সকলো কথা বুজাই দিলে। ধনৰ আজি প্ৰায় সাতমাহ পেৰালাইছিছ্। হঠাতে তাৰ মগজত গোলমাল হয়—প্ৰায় বলিয়া। দুশ্চিন্তা, আতঙ্ক, হুলস্থুল। তাৰ বলিয়ালি হেনো বাঢ়িছে। বৃদ্ধ নিজে যাবলৈ অসমৰ্থ, নিখিলৰ ইয়াতে বহুতো কাম আছে। কণৰ কথা তাৰ সুধিবৰ এবাৰ ইচ্ছা হ'ল, কিন্তু বৃদ্ধৰ মুখৰ পিনে চাই সি সাহ কৰিব নোৱাৰিলে। কণৰ ওপৰত তেখেত অত্যন্ত কুপিত।

বৃদ্ধৰ মুখত প্ৰশান্তি, বৃদ্ধৰ মুখত উদ্বেগ। হাত বঢ়াই তেখেতে খবৰ কাগজখন আনি ল'লে, হাত বঢ়াই বিচাৰিলে চছমাৰ কেছটো। ৰঞ্জনে দেখিলে, খেপিয়াই খেপিয়াই বৃদ্ধই হাতৰ কাযতে পৰি থকা চছমাযোৰ পোৱা নাই। অৰ্থাৎ, তেখেতে কাষৰ বস্তুটোকে ভালকৈ মনিব পৰা নাই, যদিও বস্তুটো সৰু। অৰ্থাৎ, ৰঞ্জনে ভাবিলে, নিঃসন্দেহে তেখেতৰ চকুৰ একমডেশ্যন্ কমি গৈছে। বুঢ়া বাপেকৰ এই অৱস্থা মইনাই কেনেকৈ নিৰ্ব্বিকাৰ ভাৱে চাই আছে? সি এটা 'হ'প্‌লেছ্ গুড্-ফৰ্-নাথিং'। কিবা এটাতো কৰা দৰ্কাৰ।

কিবা এটা নিশ্চয় কৰা দৰ্কাৰ, দেউতাকেও এই কথা ভাবে। বাৰ্দ্ধক্যই তেখেতক অসহায় পঙ্গু কৰি দিব—বৃদ্ধই এই কথা মানিবলৈ ৰাজী নহয়। অথচ নিজ মুখে কেতিয়াও তেখেতে কাৰো ওচৰত কোনো অভিযোগ কৰা নাই, কোনো অনুযোগ কৰা নাই। কোনো ৰকমৰ সুবিধাবাদ তেখেতে বুজি নাপায়, গতিকে ভুগিছে যথেষ্ট। টকা গৈছে অজস্ৰ, খৰছ দিছে প্ৰচুৰ, পাইছে নিতান্ত সামান্য। স্বাস্থ্য দিনে দিনে ভাগি পৰিছে, ঘৰ দিনে দিনে ভাগি পৰিছে, মইনাৰ মাক কেতিয়াবাই

ঢুকাইছে, বাপে খুব কমেই খবৰ-বাতৰি লয়, তাৰ ওপৰত এটা ৰুদ্ধ অসন্তোষ···অথচ বোৱাৰীক সেই বিষয়ে স্পষ্ট ভাৱে কবলৈও বৃদ্ধৰ মনে নকয়। পৰীক্ষাত ফেল কৰি আকৌ পৰীক্ষা দিবনে নিদিয়ে ঠিক নকৰাকৈ নিখিলে ক'ত জানো কি কৰি ফুৰিছে— ঘৰৰ পিনে অকণো চকু নাই, ধনৰ মূৰৰ দোষ সকলোৰে ওপৰত। উপায় নাপাই সিদিনা মাটি এটুকুৰা বিক্ৰী কৰি দিছে··· কোনেও যেন ভালকৈ দু-আষাৰ কথা পাতিব নোখোজে, সকলোৱে যেন বৃদ্ধক এৰাই চলিব খোজে, দুৰ্ব্বল শৰীৰ, ক্ষীণ দৃষ্টি-শক্তি লৈ বৃদ্ধই খবৰ-কাগজৰ পৰা পৃথিবীৰ স্পন্দনটো অনুভৱ কৰিবৰ চেষ্টা কৰে···

'বেঙ্ক ষ্টপ্‌চ্ পেমেণ্ট্···'

তৃতীয় পৃষ্ঠাৰ দ্বিতীয় কলামত উজ্জল হেড্‌লাইন্। চকুৰ দৃষ্টি হঠাৎ যেন আৰু অস্পষ্ট হৈ গ'ল, হঠাৎ যেন মূৰৰ ভিতৰত কিবা এটা বাজি উঠিল, সোঁ হাতৰ তলুৱাৰ পৰা তীব্ৰ যন্ত্ৰণা দি কীট এটাই আৰু অলপ তেজ খাই গ'ল। কোণৰ দুমহলাৰ পৰা ভাহি আহিল চিলাইকলৰ অবিৰাম শব্দ···শব্দটো যেন বৃদ্ধই ঠিক বুজিব নোৱাৰিলে। ৰ'দৰ পোহৰ ক্ৰমে শেঁতা হৈ পৰিছে, কাষেৰে বোধকৰো বোৱাৰী গুচি গ'ল হাতত কিবা এখন লৈ, নাতি-নাতিনীহঁতৰ কলৰৱ শুনা গ'ল— অদূৰত দুৱাৰমুখেৰে বোধকৰোঁ ওলাই গ'ল ৰঞ্জন আৰু মইনা।

খিৰিকিৰ কাষত থিয় হ'ল ৰঞ্জন আৰু মইনা। সমুখৰ ঘৰৰ বাৰান্দাত এড্‌ভকেটৰ জীয়েক নীৰু বেতৰ চকীখনত সপ্ৰতিভ হৈ বহিল। আই-এ পৰীক্ষাৰ পঢ়াৰ নামত কিতাপখন হাতত লৈ তাই মাথোঁ বাৰে বাৰে সিহঁতলৈ লুকাই লুকাই চাইছে। দেখিবলৈ তাই বেয়া নহয়, হাঁহিলে গালত টোল বহে। নিখিল মাজে মাজে তাইৰ দৃষ্টিৰ উৎপাতত পৰে, ৰঞ্জনে কয় 'ককেট্ৰি'। আজি পুৰা তাইক দেখি নিখিলৰ হঠাৎ যেন খঙ্ উঠি গ'ল। ব'গা মেকুৰীজনী নীৰুৰ গাত জপিয়াই পৰিল, ৰঞ্জনে কোনোমতে হাঁহি সামৰিলে। নীৰু বেছি অপ্ৰতিভ হৈ পৰিল। ভিতৰৰ পৰা ওলালে তাইৰ বিবাহিতা বায়েক, কাষতে বহি উলৰ কামত ব্যস্ত হৈ পৰিল, নীৰু ব্যস্ত হৈ পৰিল তাইৰ কিতাপৰ মাজত···

"দেউতাৰৰ আইচাইট্ ক্ৰমে বেয়া হৈ যাব ধৰিছে।"

"হুঁ।"

"নন্‌চেন্স্। হুঁ মানে? তই কি কৰিছ? তোৰ কথা ভাবিলেই মোৰ খং উঠে। তই কিহত ধৰিছ? কিহে পাইছে তোক? ঘৰৰ লগত তোৰ সম্বন্ধ কি অকল ইকনমিক আৰু বায়লজিকেল?"



নিখিলে একো নকলে।

"পৰীক্ষা দিবিনে নিদিয় এই বছৰ?"

এটা গোলমাল। সৰু লৰা ছোৱালীৰ পালটোৰ সশব্দে আগমন। ইলাৰ কোলাৰ পৰা সৰু ভায়েক পৰি গ'ল—কান্দোন। কাঠৰ ঘোঁৰাটো লৈ ৰুণু আৰু ফুনুৰ মাজত টনাটনি লাগিছে। ফুনুৱে ৰুণুক এটা চৰ শোধাই দিলে। উচ্চতৰ কান্দোন।

"ছাইলেন্স্!" ৰঞ্জনে গৰ্জ্জন কৰি উঠিল।

এক মুহূৰ্ত্তৰ নিস্তব্ধতা। তাৰ পিছতে পুনৰায় গোল-মাল। সকলোৱে নতুন এটা স্ফূৰ্ত্তি বিচাৰি পালে। সকলোৱে চিঞঁৰিলে "ছাইলেন, ছাইলেন্···"

"বুমাৰেং" ৰঞ্জনে হাঁহিলে। নিখিলে হাঁহিলে জোৰ কৰি। এই সৰু সৰু ল'ৰা-ছোৱালীৰ দলটোৱে তাৰ নিৰ্ব্বাপিত মনত কোনো প্ৰতিক্ৰিয়াই যেন কৰিব নোৱাৰিলে। সিহঁতৰ নিৰ্ব্বোধ হাঁহিবোৰত কিয় বাৰু সি যোগ দিব নোৱাৰিলে?

নিজকে তাৰ এটা অপদাৰ্থ যেন লাগিল, যাৰ পৃথিবীত কৰিব পৰা একো নাই, যিয়ে নিজকে নিজে ক্ৰমে নষ্ট কৰিছে। সমুখৰ বাটেৰে দুটা সৰু ল'ৰা দৌৰি গ'ল, দুয়ো মিলি চিলা উৰুৱাই দিলে। হালধীয়া কাগজটুকুৰা লাহে লাহে বহু ওপৰ পালেগৈ, তাৰ ৰঙা নেজডাল বতাহত কঁপিব ধৰিলে। চিলাই কল এৰি দত্ত-গৃহিণী কিছু সময় সেই পিনে চাই থাকিল, এটা উপেক্ষাৰ দৃষ্টি নিক্ষেপ কৰিলে নীৰুৱে। ৰঞ্জনৰ মুখত লাহে লাহে এটা হাঁহি ফুটি উঠিল, তাৰ মনৰ ভিতৰত খেলা কৰিব ধৰিলে কিছুমান সমীকৰণ, কিছুমান ডায়েগ্ৰাম্, পেৰেলেল'গ্ৰাম্ অব্ ফ'ৰ্চেজ। চিলা উৰাৰ তথা এৰোপ্লেন উৰাৰ থিয়ৰিটো তাৰ নিখিলক বুজাবৰ মন গ'ল, কিন্তু নিখিলৰ মুখখন দেখি তাৰ ইচ্ছা অদৃশ্য হৈ গ'ল।

এটা বিৰক্তিৰ, ঘৃণাৰ দৃষ্টি নিখিলৰ মুখত ফুটি উঠিছে। চুবুৰীটোৰ মানুহবোৰ লাহে লাহে কৰ্ম্মব্যস্ত হৈ উঠিছে। সি দেখিছে, আৰু সিহঁতৰ নীচ প্ৰকৃতি, সিহঁতৰ স্ববিধাবাদ, সিহঁতৰ অৰ্থলোভী মনোবৃত্তিৰ কথা ভাবিছে। দহ দিন জ্বৰত পৰি আছে, সমুখৰ এড্‌ভকেট চাহাবে এদিনো খবৰ লোৱাৰ প্ৰয়োজন বোধ কৰা নাই। ভেঁটি খাই খাই দত্ত তথা দত্ত-গৃহিনী ফুলি উঠিছে। ব্লেকমাৰ্কেটত কেৰাচিন আৰু চি আই শ্বীটৰ কাৰবাৰ কৰি মহেন্দ্ৰ বৰশইকীয়াই নতুন ডিজাইনৰ ঘৰ উঠোৱাত ব্যস্ত হৈ পৰিছে। ললিতৰ মাক সেই বুঢ়ীজনীয়ে ঘৰে ঘৰে পৰচৰ্চ্চা কৰি ঘূৰি ফুৰিছে। বটলত ডুবি গৈছে যুদ্ধকালীন কণ্ট্ৰেক্টৰ আৰু ইদানীং

ৰহস্যময় খগেন দাস। চুবুৰীলৈ নতুন নতুন ৰেডিঅ' আহিছে, উৎপাতত থকা নাবায়। নতুন নতুন ডি-চট' আৰু ফৰ্ডৰ চকাবোৰ ধীৰ, মন্থৰ গতিত ঘূৰি ঘূৰি চুবুৰীটোৰ গেৰেজবোৰৰ পৰা ওলাই গৈছে। বেঙ্কৰ কেৰাণী ৰামবাবু, উকীলৰ মহৰী চণ্ডী কলিতাৰ আৰু তেওঁলোকৰ স্তৰৰ অৱস্থা ক্ৰমে ওলটা পিনে ঢাল লৈছে। চণ্ডী কলিতাৰ সৰু ছোৱালীজনীৰ ফ্ৰকটো ছিগি গৈছে, বুকু ওলাই পৰিছে, সলাব পৰা নাই আজি তিনিমাহে···

ইন্দিৰা বৰুৱা বাটেদি গ'ল, প্ৰসাধন আৰু পৰিপাট্যৰ প্ৰতিমূৰ্ত্তি। বিদ্ৰূপৰ দৃষ্টিৰে খিৰিকিৰে চালে মুক্তিয়াৰ ৰজনী শৰ্ম্মাই। দত্ত-গৃহিনীয়ে এনেয়ে নাক কোঁচাই কলটো জোৰেৰে চলাই দিলে, থাৰ্ড ইয়ৰাৰ অবনীয়ে চিগাৰেট জ্বলোৱাৰ অচিলাত পাণৰ দোকানত থিয় হৈ পৰিল। ইন্দিৰাৰ বদনাম চুবুৰীত ক্ৰমে বাঢ়ি গৈছে···

চাদৰখন কান্ধত পেলাই প্ৰফেচাৰ ভট্ট চাইকেলত উঠিল। ঝুনু দৌৰি আহিল, ফুটবল এটা আৰু পাম্প এটা লৈ।

"বলটো পাম্ কৰি দিয়ানা দাদা," ৰঞ্জনক কলে ঝুনুৱে। বগাহাফপেণ্ট পিন্ধা, ফুটবলৰ দৰে ফুলা গাল ঝুনুৰ। চাইকেলৰ পৰা নামিল কাষৰ মেছৰ মেনেজাৰ গিৰিজা শৰ্ম্মা, স্বাস্থ্যবান, দামীছুট পৰিহিত ভদ্ৰলোক। কাপোৰৰ দোকান দি ভদ্ৰলোক ধনী হৈ উঠিছে।

"ঝুনু মোৰ লগত আহাঁ, মই দিছো পাম্ কৰি।" ঝুনু দৌৰি গ'ল গিৰিজাৰ লগত। চাইকেলখন খুজি ৰাখিলে নিখিলে। গিৰিজাৰ দৰে মানুহ এটাক খুজিবলৈ সি সদায় অনিচ্ছুক। কাষৰ মেছটোৰ মানুহবোৰ তাৰ সহ্য নহয়, কিবা ভাল্‌গাৰ যেন লাগে। তথাপি—

চাইকেলত পাম্প্ নাই। ৰঞ্জনক এৰি সি গিৰিজাৰ পৰা পাম্পটো আনিবলৈ গ'ল। দুৱাৰ ভিতৰৰ পৰা বন্ধ। ভিতৰৰ পৰা ঝুনুৰ চিঞৰ। দুৱাৰত আঘাত। ঘৰ্ম্মাক্ত কলেৱৰ গিৰিজা ওলাই আহিল, বলটো মজিয়াত এৰি কান্দো কান্দো মুখে পেণ্টৰ বুটাম মাৰি মাৰি ওলাই আহিল ঝুনু।

"অঃ, এই!"

"জহন্নামে যাক গোটেই চুবুৰীটো।" চক খাই দুৱাৰদলিত উজুটি খাই পৰিল গিৰিজা শৰ্ম্মা, সুন্দৰী স্ত্ৰীৰ স্বামী আৰু দুটা সন্তানৰ বাপেক।

গিৰিজাৰ চৰিত্ৰ বিশ্লেষণ কৰিবলৈ গৈ সি বাৰে বাৰে থমক খাই ৰৈ গ'ল। সি নিজে কি? ফিজিচিয়ান, হিল্ দাইছেল্‌ফ্···



দুমাহ আগৰ ঘটনা এটা তাৰ মনত পৰিল। কাষৰ ৰামবাবুৰ খুলশালীয়েক তেতিয়া নতুনকৈ আহিছে। তাৰ লগত প্ৰায় দুসপ্তাহমানৰ পৰিচয়। এদিন সন্ধিয়া সি, সুৰুচিপৰায়ণ ভদ্ৰলোক, দেৱাল পাৰ হ'ল জপিয়াই ···তথাপি, সি যে কিমান ভীৰু বুজিবলৈ তাৰ বাকী নাথাকিল, হঠাৎ সি ভয় খাই গ'ল, সি পলাল···

নিৰঞ্জনে ক'লে ফ্ৰয়েডৰ কথা। দমিত বাসনাৰ প্ৰকাশ। হয়তো সেয়ে। ফ্ৰয়েড্, ফ্ৰয়েড্, ফ্ৰয়েড্! সি বলিয়া হৈ যাব। কিন্তু, এই যে চতুৰ্দ্দিকে তাৰ অশ্লীলতাৰ প্ৰকাশ, কদৰ্য্যতাৰ প্ৰচাৰ, বাটৰ দুয়োকাষে চিত্ৰতাৰকাৰ ছবি, টেবুল-বোৰত সিঁচৰতি যৌন-বিজ্ঞানৰ কিতাপ আৰু আলোচনী, স্ফীত-বুকু ইন্দিৰাৰ দলৰ বেঁকা দৃষ্টিপাত, এইবোৰ কি কোনো ধৰণেই তাৰ বিকাৰৰ কাৰণে দায়ী নহয়?

যতি বাবু আহি বহিল।

"ইণ্টাৰেষ্টিং খবৰ! কামিনী শৰ্ম্মাক পুলিচে আজি পুৱা এৰেষ্ট কৰিছে।"

হাতৰ কাম পেলাই বৌ উঠি আহিল আগ্ৰহাতিশয্যত। "কেলেই, কেলেই, আধাইখিনি ভাঙি কোৱাঁচোন।"

"অপিয়াম স্মাগলিং; চোৰাং কাণিৰ বেপাৰ ধৰা পৰিছে।"

বিশিষ্ট 'দেশপ্ৰেমিক'ৰ এই অৱস্থাৰ কথা শুনি বৌ আনন্দিত হৈ উঠিল, সকলো কথা জানিবৰ কাৰণে ব্যতিব্যস্ত কৰি তুলিলে। দেউতাই সিটো কোঠাৰ পৰা খবৰটো শুনিলে। কামিনী শৰ্ম্মাক তেখেতে খুব ভালকৈ চিনি পায়। মনে মনে থাকিল। "ইহঁতেই আমাৰ সমাজৰ বৰমূৰীয়া। আটাইখনতে কৰাপশ্যন্। এইটো অত্যন্ত স্বাভাৱিক, ধনতন্ত্ৰৰ মৃত্যুৰ সময়ত তাৰ পচা দেহৰ পৰা যি দুৰ্গন্ধ ওলায় এইবোৰ তাৰেই প্ৰকাশ।"

নিখিলে মন্তব্য নকৰিলে। বৌৱে আগ্ৰহেৰে শুনি গ'ল, ঠিক নুবুজিলে যদিও।

"কেপিটেলিজম্", ক'ৰবাত পোৱা লাইন এটাৰ পুনৰাবৃত্তি কৰিলে যতি বাবুৱে, "ষ্টেণ্ড্চ্ অন্ ইট্‌ছ লাষ্ট্ লে'গ্‌ছ্। এই দুৰ্নীতি আৰু কিমান দিন চলিব। মানুহৰ সহ্যৰো এটা সীমা আছে।" নিখিলে কৌতুক বোধ কৰিলে। যতি বাবু কি শেষ পৰ্য্যন্ত ভালকৈয়ে কমিউনিষ্ট হল? অলপ অসন্তোষৰ ভাৱত সি তেওঁৰ ছিল্কৰ পাঞ্জাবীটোলৈ লক্ষ্য কৰিলে। লক্ষ্য কৰিলে বৌৱেও। কমিউনিষ্ট (এই ধৰা আমাৰ মাজু বাউদেউৰ ল'ৰাটো) মানে এটা বিশৃঙ্খল চুলিৰে প্ৰায় সদায় মলিয়ন জীৱ, বৌৰ এনেকুৱা এটা ধাৰণা।

"আপোনাৰ মুখত কিন্তু কমিউনিষ্টিক লেকচাৰ্ শোভা নাপায়," নিখিলে হাঁহি হাঁহি ক'লে।

যতি বাবু অলপ ৰুষ্ট হ'ল। ইঙ্গিতটো তেওঁ বুজি পালে।

"কমিউনিজ্‌মৰ উদ্দেশ্য ষ্টেণ্ডাৰ্ড অব্ লিভিং কমোৱাটো নহয়, বঢ়োৱাটোহে।"

সুতৰাং নিখিল মনে মনে থাকিল। বাহিৰলৈ ওলাই সি চাঞ্চল্যটো অনুভব কৰিলে। আবেলি ইয়াকে লৈ এখন ৰাজহুৱা সভা, উৰাবাতৰি আৰু গুণা-গঁথা। চাহৰ দোকানত 'আড্ডা', এই লৈ 'জমি' উঠিছে। ছ'চিয়েলিষ্টবোৰ কৰ্ম্মব্যস্ত হৈ পৰিছে, কামিনী শৰ্ম্মাৰ উচিত শাস্তি দাবী কৰি জহৰকোট পিন্ধা ল'ৰাবোৰে প্ৰাচীৰ-পত্ৰ লগাই ফুৰিছে।

"ছ'চিয়েলিষ্টবোৰৰ কাণ্ড-কাৰখানা লুডিক্ৰাছ", যতি বাবুৱে তাচ্ছিল্যৰ সুৰত এখন প্ৰাচীৰ পত্ৰলৈ আঙুলিয়ালে, "নৰ্দমাৰ ইঞ্চপেক্টৰো বোলা যায়। সৰু সৰু কথাত সিহঁতে গোলমাল কৰি খুব ভাল পায়। আচল কথাত ফাঁকি। বিপ্লৱৰ কথা ক'লে জয়প্ৰকাশ মনে মনে থাকে। কানিৰ বেপাৰী এটা ধৰা পৰিলে সিহঁতে বিৰাট কাণ্ড এটা হোৱা যেন পায়, তাকে লৈ হুলস্থুল কৰে, ইপিনে প্ৰতিটো লেবাৰ ষ্ট্ৰাইকতে বিট্ৰে কৰি সিহঁতৰ জয়ঢোল কোবায়।"

যতি বাবুৰ বিষোদ্গাৰ, বৌৰ ভাষাত।

নিখিলৰ ইচ্ছা হ'ল, তেওঁক কয়, আপোনালোকতো মস্কোৰ দালাল, কমিন্‌ফৰ্ম্মে যি কয় তাকে আপোনালোকে কৰে, কানি-বেপাৰীৰ গোলমালত আপোনালোকৰ দৰে হাই-ব্ৰ' সকলে মূৰ ঘমাবই বা কিয় ?

নিখিল কি তাৰ মানে ছচিয়েলিষ্ট হৈ গ'ল হঠাৎ ? সি নিজে নিজে হাঁহিলে।

ৰাজনীতি এটা গোলমলীয়া বস্তু,—সি ভাবিলে। থাৰ্ড-ৰেট মানুহৰ কাৰবাৰ, কোনোবাই যেন ক'ৰবাত কৈছিলে। হয়তো সেয়ে।

কণে কি ক'লেহেঁতেন ?

হয়তো ক'লেহেঁতেন, কামিনী শৰ্ম্মাক ৰাজআলিত গুলিয়াই মৰা উচিত। তাৰ বক্তৃতা হয়তো লাহে লাহে তীব্ৰ হৈ উঠিলহেঁতেন, লাহে লাহে আঁতৰি পলালহেঁতেন 'দালালৰ দল, ('দালাল্‌কো হালাল্ কৰো!'), যতি বাবুৰ হয়তো লাহে লাহে অসহ্য হৈ উঠিলহেঁতেন, তৰ্ক ক্ৰমে ক'ৰবাৰ পৰা ক'ৰবালৈ ঢাল ললেহেঁতেন—এই সময়টো 'বিপ্লৱী সময়' হয় নে নহয়, নিৰ্ব্বাচনত নমাটো এতিয়া মাৰ্ক্সীয় কথা হয়নে



নহয়, আৰু শেষ পৰ্য্যন্ত—ষ্টেলিনে বিশ্ব-বিপ্লৱৰ প্ৰতি কৰিলে বিশ্বাসঘাতকতা, নে ট্ৰট্‌স্কিয়ে কৰিলে জাৰ্ম্মানীৰ গুপ্তচৰ-বৃত্তি ?

কোনে বাৰু দেশৰ প্ৰকৃত মঙ্গলৰ বাবে যুদ্ধ কৰিছে ? নিখিল বিমূঢ় হয়, গোলমালত পৰে, তাৰ অজ্ঞতাৰ বাবে লজ্জিত হয়।

অলপতে সি তাৰ মোমায়েকৰ ঘৰলৈ গৈছিল। উজনি অসমৰ চাহ-বাগিচাত তাৰে মেনেজাৰ তাৰ মোমায়েক। সুন্দৰ পৰিপাটি চাহ-গছৰ জোপোহাবোৰৰ মাজত সি অলপ নিশ্চিন্ত নীৰৱতা বিচাৰিছিল। কলঘৰৰ শব্দ, ঝুমুৰৰ শব্দ, লৰীবোৰৰ শব্দ ; সুন্দৰ লাগিছিল। সি ভাবিছিল, খিৰিকীৰে টেলিগ্ৰাফৰ তাঁৰৰ ওপৰত বহা চৰাই চাই চাই সি কিতাপ পঢ়ি সময়খিনি কটাই দিব। পঢ়িব খুজিছিল সি পাতল লঘু সাহিত্য। যতি বাবুৱে এখন দীঘল চিঠিৰে একপি 'টু লীভছ এণ্ড এ বাড' পঠিয়াই দিছিল, হাক্সলি আৰু হল্ ক্ৰেনৰ লগতে সি সেইখনো বাকচত পেলাই থৈ দিছিল। সি পঢ়িছিল ভাৰ্জিনিয়া উল্‌ফ, 'জেকবছ ৰুম্' মেৰিডিথ আৰু হাৰ্ডি……

কিতাপবোৰ আৰু শেষ কৰা নহ'ল, চাহ-বাগিছাত অশান্তিয়ে দেখা দিলে। সি কৌতুহলবশতঃ পঢ়িবই লগীয়া হ'ল কমিউনিষ্টৰ প্ৰচাৰপত্ৰ ( মজুৰী বৃদ্ধি, উপযুক্ত আবাসৰ দাবী, ফিটাৰ এজনৰ প্ৰতি গালিবৰ্ষণ, ইত্যাদি )—ছপা ; পঢ়িবলগীয়া হ'ল পঞ্চায়তী ইউনিয়নৰ সংগ্ৰামৰ আহ্বান—চাইক্ল'ষ্টাইল ; ছচিয়েলিষ্টৰ আপোছ প্ৰস্তাৱ—লৰীৰ ওপৰৰ পৰা বক্তৃতা আৰু কাগজবোৰৰ নিজস্ব সংবাদদাতাৰ বাতৰি। মোমায়েকৰ ঘৰ এদিন কুলীবোৰে আগুৰি ধৰিলে, ছাহাবক কোনে জানো মাৰ-ধৰ কৰিলে, 'ছচিয়েলিষ্ট আৰু কমিউনিষ্টে পৰস্পৰে পৰস্পৰক গালি পাৰিলে, সভা হ'ল কুলীবোৰৰ, সভা বহিল ব'ৰ্ডৰ, পুলিচ আহিল, গুলী চলিল, মিলিটাৰী আহিল, মন্তব্য আৰু বিবৃতি, গ্ৰেপ্তাৰ আৰু বহিষ্কাৰ, এন্‌কোৱাৰী কমিটি আৰু ট্ৰিবিউনেল্……

সি গুচি আহিল। শান্তি ক'ত পৃথিবীত ? পৃথিবীৰ সকলো ঠাইতে 'শোষিত জনতা'ৰ ( যতি বাবুৰ প্ৰিয় শব্দ ) সংগ্ৰাম চলিছে—যতি বাবুৱে ক'লে, অসমেই বা বাদ যাব কিয় ? বৰং পাৰিপাৰ্শ্বিক অৱস্থা চাই অসমত হেনো আৰু বেছি বেগে আন্দোলন চলা উচিত আছিল।

যতি বাবুৱে ক'লে, আন্দোলন সংগ্ৰামৰ প্ৰস্তুতি। দেউতাই ক'লে, 'ল-লেছ্ এলিমেণ্টছ' ( তেখেতৰ খবৰৰ কাগজৰ সম্পাদকীয় দ্ৰষ্টব্য )। কণে কৈছিল বৌৰ আগত, আমি এটা ৰিভলিউশ্বনাৰী পিৰিয়ডৰ মাজেৰে যাব ধৰিছো, এইবোৰ তাৰেই

অভিব্যক্তি। ৰঞ্জন তাৰ ডিফাৰেঞ্চিয়েল ইকুৱেচনৰ মাজত ডুবি আছিল, বৌৱে ভাবিছিল ৰুণুৰ পেটৰ অসুখৰ কথা।

কণ আজি পুলিচৰ দৃষ্টি এৰাই পলাই ফুৰিছে, যতিবাবুৱে পাণ্ডিত্যপূর্ণ কথা কৈ ঘূৰি ফুৰিছে, জহৰলালে এসোপা পৰিকল্পনাৰ কথা ক'ব ধৰিছে, ছচিয়েলিষ্টৰ প্ৰকোপত বাটৰ দেৱালবোৰত কাগজৰ বাহিৰে আৰু একো দেখাই নোযোৱা হৈছে।

কি বিচাৰিছে মানুহবোৰে ? অত্যন্ত সহজ কথা, খাবলৈ বিচাৰিছে, মানুহৰ দৰে জীয়াই থকাৰ অধিকাৰ বিচাৰিছে। বেছ, কিন্তু ইমান দলাদলি আৰু জটিলতা কিয় ?

যতিবাবুৱে কলে, "মাফ কৰিবা, তুমি এটা নেইভ্।"

খুব সম্ভৱ। হয়তো ৰঞ্জনো সেয়ে। মানিবলৈ কিন্তু ৰঞ্জন ৰাজী নহল। সি সমস্ত ৰাজনৈতিক দলক গালি পাৰিলে, সকলোকে প্ৰশংসাও কৰিলে এদিন যুক্ত বিবৃতি এটা দেখি। যতিবাবুৱে তাক বুজাব খুজিলে, ৰাজনৈতিক দলবোৰৰ মাজৰ গণ্ডগোল আৰু মতানৈক্যৰ মূল কথা আৰু কাৰণবোৰ। ৰঞ্জনে ক'লে, "ৰ'ব। এটা এটমৰ কথা ভাবক। তাৰ কেন্দ্ৰত পজিটিভ্ চাৰ্জ। তাৰ চাৰিওপিনে ঘূৰিছে নিগেটিভ চাৰ্জ। প্ৰটন আৰু ইলেক্ট্ৰন্। দুয়োৰে উপৰিও আছে নিউট্ৰন্, চাৰ্জ বিহীন কণিকা। দুনিয়াত ভাল আছে, বেয়া আছে ; শুদ্ধ আছে, অশুদ্ধ আছে, তাৰ উপৰিও আছে নিৰপেক্ষবোৰ—নিউট্ৰন্, যাক ক'ব পাৰি নিউট্ৰেল। প্ৰতিটো বস্তুৰে দুটা ফাল আছে, এটমৰ পৰাই চাওক। ৰাজনৈতিক পাৰ্টিয়ে-বা বাদ যাব কিয় ? মানুহেই বা বাদ যাব কিয় ? সমাজখনকেই বা এৰি থব কেনেকৈ ? শক্তি আৰু প্ৰতি-শক্তিৰ অসংখ্য জটিলতা আছে, এটমৰ পৰা আৰম্ভ কৰি সকলোতে ?"

"মানিছো।" যতিবাবুৱে তাৰ উদ্দেশ্য ঠিক ধৰিব পৰা নাই।

"আপুনি মোক কন্ভাৰ্ট্ কৰিব খুজিছে ( যতিবাবুৱে প্ৰবল বেগে মূৰ জোকাৰিলে, কিন্তু ৰঞ্জনে কৈ গ'ল )। ভাল কথা। কিন্তু প্ৰটন আৰু ইলেক্ট্ৰনৰ পাৰ্থক্য কিয়, তাৰ কাৰণ কি, এইবোৰ লৈ যদি মই মূৰ নঘমাও, আপোনাৰ তাত আপত্তি আছে জানো ?"

"ঠিক বুজা নাই মই আপুনি কি ক'ব খুজিছে।"

"বুজিব। পাৰ্থক্যটো মই মানি লৈছোঁ, কিন্তু তাৰ কাৰণে থিছিছ্ লিখাৰ প্ৰয়োজন মই বোধ কৰা নাই, আপুনি কৰে নেকি মই নাজানো। সিহঁতৰ বিৰোধৰ পৰা কিছুমান সত্য আমাৰ আগত ওলাই আছে—ফেক্ট্ছ্ আছে, ফিগাৰ্ছ আছে। তাৰ ওপৰত ভিত্তি কৰি আমি, ধৰক ৰেডিঅ'ৰ ভাল্ভ্বোৰ ডিজাইন কৰিছো। মনত ৰাখিব, ইলেক্ট্ৰন আৰু প্ৰ'টন লাখে লাখে পোৱা যায় অতি অলপ বস্তুতে, এটোপা পানীত যিমান এটমেই আছে সিমান টেনিছ বলেৰে গোটেই পৃথিৱী পূৰ কৰিব পাৰি। গতিকে বিৰাট এটা জনসংখ্যাৰ দৰে ইলেক্ট্ৰনৰ নিয়মো পূৰা মাত্ৰাই ষ্টেটিছ্টিকেল্। তাৰ ভিত্তিত, এই ব্ৰড্ ষ্টেটিছটিকেল্ ল বোৰৰ বেছিছত,—সিহঁতৰ বিৰোধৰ, সিহঁতৰ কনট্ৰাডিক্সনৰ মাজলৈ নগৈ যদি মই আপোনাক নতুন এটা ভাল্ভ্ দিব পাৰোঁ—যিটোৱে ( বিজ্ঞতাৰ পৰাকাষ্ঠা, পেডাণ্টিচিজিম্ লেট্ লুজ্—নিখিলে হাঁহি দিলে ) এম্প্লিফিকেশ্যন বঢ়াব, ফাইডেলিটী বঢ়াব, আপোনাৰ জানো তাত আপত্তি থাকিব কিবা ?"



"নিশ্চয় নাথাকে। কিন্তু—"

"মই তাকেই কব বিচাৰিছো।"

"ঠিক হুবুজিলো", যতিবাবুক বিব্ৰত দেখা গ'ল,—"অৱশ্যে আপোনাৰ আগৰ কথাখিনি এড্মিৰেবলি ডায়ালেক্টিকেল্। সেই বুলি—"

"মোৰ আৰু একো ক'ব লগীয়া নাই। ভালকৈ কথাটো ভাবি চাওক।"

যতিবাবুৱে কি ভাবিলে বুজা নগ'ল, হয়তো তেওঁ ৰঞ্জনক আৰু বুজাবৰ চেষ্টা নকৰাই ভাল বুলি ভাবিলে, তাৰ বক্তব্যৰ পৰা ৰঞ্জন ঠিক যে কি তেওঁ একো বুজিব নোৱাৰিলে। পলায়নবাদী নে বিকৃত মস্তিষ্ক ? ( 'আই মিন্ পাৰ্ভাৰ্টেড্।' )

কোন কি ভাৱত ঘূৰিছে ? হঠাৎ তাৰ চমক ভাগিল। কাষেদি এদল কলেজীয়া ছোৱালী পাৰ হৈ গ'ল। সি যান্ত্ৰিকভাৱে চালে। হয়তো তাৰ চকুত এটা লুব্ধ দৃষ্টি ফুটি উঠিল, সি লাজ পালে। ঘৰৰ কাষত আহি হঠাৎ সি অনুভৱ কৰিলে, আকৌ সি বিকাৰগ্ৰস্ত হৈ পৰিছে ইতিমধ্যেই। তাৰ চকুৰ দৃষ্টি অনুসৰণ কৰি যতিবাবুৱে দেখিলে দেৱালত হলিউডৰ গ্লেমাৰ-গাৰ্লৰ ছবি। কুৰুচিৰ প্ৰতিমূৰ্ত্তি ! ছাউথ ছী আইলেণ্ডৰ ৰোমাঞ্চকৰ কাহিনীৰ নামত অশ্লীলতাৰ প্ৰচাৰ। "চিনেমা, থিয়েটাৰ, সাহিত্য, ৰেডিঅ'—সকলোৰে যোগেদি মানুহৰ ৰুচিক নমাই দিয়াই হৈছে পুঁজিবাদীসকলৰ উদ্দেশ্যে। মানুহে যাতে বিপ্লৱী ভাব-ধাৰাৰ পৰা আঁতৰি থাকিব পাৰে, মানুহৰ মাজত যাতে মিলিটেণ্ট মনোবৃত্তি সোমাব নোৱাৰে, তাৰ কাৰণেই এইবোৰ ডাইভাৰ্ছনৰ ব্যৱস্থা কৰিছে কেপিটেলিষ্টৰ হলিউডে।" যতিবাবুৱে ক'লে।

কথাটো তাৰ মনত লাগিল যেন কমিউনিষ্ট প্ৰপাগাণ্ডাৰ এটা বেছ জোৰ থকা

কথা। প্ৰতিবাদ কৰিবলৈ অৱশ্যে সি সাহস নকৰিলে। নীৰুৰ কথা তাৰ মনত পৰিল, শ্বিলঙৰ সেই খাছীয়ানীৰ কথা তাৰ মনত পৰিল। মনত পৰিল কেনেকৈ চোৰা-চুৰি কৰা অপৰাধত মহিবুল্লা মাষ্টৰে তেওঁৰ জীয়েকজনীক এদিন খুব কোবালে আৰু কেনেকৈ তাৰ পিছ দিনাৰ পৰা খিৰিকি খন বন্ধ হৈ গ'ল। সমাজব্যৱস্থা এটাক পূৰ্ণাঙ্গভাৱে দোষ দিয়াটো তাৰ এটা হাস্যকৰ কথা যেন লাগিল। নিজৰ অদ্ভুত চিন্তাধাৰাৰ আৰু বলিয়াৰ দৰে ভাববোৰৰ কাৰণে সি কাক দায়ী কৰিব বাৰু? যতিবাবুৰ কথাই মানি লব? ফ্ৰয়েডৰ 'সুস্থ মনৰ' পৰা কমিউনিষ্টবোৰৰ 'সুস্থ সমাজ'লৈ জপিয়াই যাব? যতিবাবুৱে ক'লে, "মানুহৰ মন তাৰ পাৰিপাৰ্শ্বিকতাৰ ওপৰত নিৰ্ভৰশীল"—

পাৰিপাৰ্শ্বিকতাৰ ওপৰত! সিহঁতৰ চুবুৰীটো!

এৰা, কথাটো হয়তো সঁচা···। তথাপি এটা অদৃশ্য শক্তিৰ বিৰুদ্ধে সি নিস্ফল আক্ৰোশত দাঁত কামুৰিলে, যতি বাবুৰ দৰে সৰলভাৱে বিশ্লেষণ কৰি চিন্তা কৰিব নোৱাৰাৰ কাৰণে নিজৰ ওপৰতে খঙ উঠিল। সি আশ্ৰয় বিচাৰিলে, সি সিহঁতৰ সকলোকে দোষৰ ভাগী কৰিলে, তাৰ খিৰিকিখনৰ পৰ্দ্দা টানি দি তাৰ কান্দিবৰ মন গ'ল······, বলিয়াৰ দৰে সি ভাবিলে, বিকৃতভাবে ভাবিলে, মাখনীৰ চিঠিবোৰ সি পুৰি পেলালে, চিগাৰেট পুৰিলে অসংখ্য, ধোৱাবোৰৰ পিনে চাই চাই সি অৱশেষত আত্মপ্ৰসাদ লাভ কৰিলে······, সি যেন স্থিৰ মনেৰে এটা স্থিৰ সিদ্ধান্তত উপনীত হ'ল···, সিহঁতৰ সকলোকে সি নাকচ কৰিলে—

She also lieth in wait as for a prey, and increaseth the transgressors among men···her house is the way to hell, going down to the chambers of death···

"ইণ্টাৰেষ্টিং কাণ্ড!" হঠাৎ যতি বাবুৱে চিঁঞৰি দিলে, "তেতিয়াৰ কাগজখন ইয়াৰপৰা কোনে এক্ৰাই দিলে?"

এৰা, কামিনী শৰ্ম্মাৰ ঘটনাৰ সম্পৰ্কত মাৰি দিয়া কাগজখন কোনোবাই ফালি পেলাইছে। হলিউডৰ ছোৱালীজনীৰ ছবিখন তাৰ ফলা অংশৰ কাযত শক্ৰহীন ভাৱে জিলিকি আছে।

"পুলিচে ফালিলে", পাণৰ দোকানীটোৱে ক'লে, নিখিলক চিগাৰেটৰ পেকেটটো দি।

যতি বাবুৱে নিখিললৈ এটা দৃষ্টিপাত কৰিলে, যেন কথাটোৱে সমাজ-ব্যৱস্থাৰ সকলো ভিতৰুৱা কথা হঠাৎ উদ্ঘাটন কৰি দিলে।



"প্ৰেমাৰ গাৰ্লক কিন্তু পুলিচেও ভাল পায়?"

যতিবাবুৰ হাঁহিটো হঠাৎ নিখিলৰ অত্যন্ত বিসদৃশ যেন লাগিল, হাস্যৰসটো সি ঠিক যেন উপভোগ কৰিব নোৱাৰিলে। পানদোকানীয়ে হয়তো বুজিলে, সি তাৰ তামোলেৰে ৰঙা দাঁত দুপাৰি উলিয়াই হাঁহি দিলে।

যতিবাবুৰ মুখৰ ভাৱটো লাহে লাহে অন্তৰ্হিত হৈ গ'ল। ষ্টেশ্যনাৰী দোকানৰ ফ্ল'ৰচেণ্ট লাইটৰ তলত যতিবাবুক নিখিলৰ বেয়া নালাগিল, স্ত্ৰী-গত-প্ৰাণ সংসাৰী ভদ্ৰলোক যেন বোধ হ'ল। ঘৈনীয়েকৰ কাৰণে যতিবাবুৱে টুকুটাককৈ বস্তু কিনিব আৰম্ভ কৰিলে—নিখিলৰ মনত ভাব হ'ল তেওঁৰ মুখত কোমল ভাব এটা ফুটি উঠিছে।

যতিবাবুৰো এখন সংসাৰ আছে! পকেটমাৰ, পণ্ডিত, সন্ত্ৰাসবাদী, লম্পট, কমিউনিষ্ট, পুঁজিপতি সকলোৱে সংসাৰ ক'ৰে, কথাটো আচৰিত যেন লাগিল। ৰঞ্জনে কৈছিল, এটা অবলম্বন, এটা মন লগাব পৰা কিবা, এটা দায়িত্ব পালন কৰাৰ 'অকুপেশ্যন্'—তাৰ কাৰণেই হয়তো মানুহে সংসাৰ কৰে। মাৰ্ক্সেও সংসাৰ কৰিছিল, যতি বাবুৱে কি কথাটো নিতান্ত জৈৱিক দৃষ্টিকোণৰ পৰা বিচাৰ কৰিব,—সি ভাবিলে। ৰঞ্জনে কৈছিল, তাৰ 'থিয়ৰি' সি প্ৰমাণ কৰিব নোখোজে, কিন্তু সেইটো তাৰ এটা বিশ্বাস, হয়তো অদ্ভুত বিশ্বাস। মেঘত যে পানীৰ কণিকাবোৰ আছে—সিহঁতৰো সহজ গঠনৰ কাৰনে লাগে এটা সূক্ষ্ম ধূলিকণা, এটা নিউক্লিয়াছ, এটা ইলেক্ট্ৰন, এটা অবলম্বন—মিলিকানৰ ইলেক্ট্ৰনিক চাৰ্জ নিৰ্ণয়ৰ পদ্ধতি বুজাব খোজোঁতে ৰঞ্জনে দাৰ্শনিকৰ দৰে মন্তব্য কৰিছিল। এটা স্থিৰতাৰ কাৰনে, গঠনৰ কাৰণে, এটা ভিত্তি দৰ্কাৰ। ৱিলছন্-ক্লাউড্-চেম্বাৰতো ইলেক্ট্ৰনৰ ওপৰত নিয়ৰ-কণিকা গঠিত হৈছে, একেই কথা, এটা অৱলম্বন, চলাৰ পথত এটা কিবা, এখন সংসাৰ, এগৰাকী স্ত্ৰী, ৰাজনীতি, গণিত বা ভায়'লিন্······

নিতান্ত দ্ৰুত সিদ্ধান্ত, দায়িত্বজ্ঞানহীন সিদ্ধান্ত—নিখিলে ভাবিছিল।

"পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা"—মন্তব্য কৰিছিল নিৰঞ্জনে, মুখত তাৰ বিদ্ৰূপৰ হাঁহি। প্ৰতিবাদ কৰিছিল যতিবাবুৱে, আমাৰ পুৰণি প্ৰতিক্ৰিয়াশীল দাৰ্শনিক আৰু তেওঁলোকৰ শাস্ত্ৰবোৰৰ ওপৰত তীব্ৰ সমালোচনা চলাইছিল। ধন-তন্ত্ৰত যে নাৰীৰ মুক্তি নাই, সমাজতন্ত্ৰত যে নাৰী মহীয়সী হৈ উঠিব—কথাখিনি কিন্তু সেইদিনা বৌৰ বৰ ভাল লাগিছিল, বৌৰ কথাৰ পৰা বেছ বুজা গৈছিল।

···চিন্তাৰ ঢৌত সন্ধিয়াটো ভাঁহি গ'ল।

ঘৰ। এটা অস্বস্তিকৰ নীৰৱতা। দেউতা শুলে নেকি? দেউতাৰ কোঠাৰ লাইট নুমাই থোৱা আছে। অস্পষ্ট এটা অৰ্কেষ্ট্ৰা ভাহি আহিছে কাষৰ মেছটোৰ পৰা। দুৱাৰত সি প্ৰায় উজুটি খাই পৰিল। দিনটোৰ কামৰ ভাগৰত বিমলাজনীয়ে দুৱাৰদলিতে বেৰত মূৰ থৈ আধা টোপনিত পৰিছে। সি চক্ খাই ভাবিলে, দেউতাই গণ্ডগোলত সাৰ পালে নেকি? এডভকেটৰ ঘৰৰ পৰা বাহিৰৰ বাৰান্দাৰ লাইটটোৰ পোহৰ আহি দুৱাৰমুখত পৰিছে, বিমলাৰ শুই থকা মূৰ্ত্তিটো অস্পষ্ট দেখা গৈছে, নীৰুৰ পঢ়া কোঠাৰ খিৰিকীৰ কাচৰ মাজেৰে পোহৰ দেখা গৈছে, তাই নিশ্চয় পৰীক্ষাৰ কাৰণে খুব পঢ়িছে··· দেউতাই সাৰ পোৱা নাইতো? কোনো শব্দ নাই, নিশ্চয় সাৰ পোৱা নাই। হাতত সাৰে ভৰিত সাৰে সি কোঠাটো পাৰ হ'ল—দেউতাৰ কোঠালিৰ পৰ্দ্দাখনৰ পিনে এবাৰ দৃষ্টিপাত কৰিলে। দেউতা নিশ্চয় শুইছে। অত্যধিক ৰক্তচাপ, অতিৰিক্ত ভাৱনা-চিন্তা, অত্যল্প দৃষ্টি-শক্তি লৈ বৃদ্ধ দেউতাকে তাৰ সন্ধিয়াৰ পৰাই বিছনাৰ আশ্ৰয় লোৱাৰ বাহিৰে অইন একো কৰাৰ নেদেখে। কেতিয়াবা কাষৰে দুই এজন বয়সীয়া মানুহ আহে, বাহিৰৰ প্ৰায়ান্ধকাৰ বাৰন্দাত বহি তেতিয়া সৰু সৰু মাতেৰে কথা পাতে, আলোচনা কৰে, ভাবে। বাহিৰৰ আলোকোজ্জ্বল বাটৰ কোনো চাঞ্চল্যই আহি বৃদ্ধক স্পৰ্শ নকৰে, দীঘল কষ্টপূৰ্ণ জীৱন এটাৰ শেষ অৱস্থাত পঙ্গুৰ দৰে দেউতাক পৰি থাকে···

পাকঘৰ। ফুনুক মাকে টোপনিৰ পৰা তুলি আনি ভাত খুৱাব ধৰিছে। তাৰ গলত বাৰে বাৰে মাছৰ কাঁইট বজিছে, সি অসহায়ৰ দৰে মাকৰ মুখলৈ চাইছে। বৌৱে কিন্তু তাৰপিনে মন দিব পৰা নাই, বাৰে বাৰে যেন বৌ অন্যমনস্ক হৈ পৰিছে।

খুটা এটাত আঁউজি সি বৌৰ মুখৰ পৰা দুঃসংবাদটো শুনিলে। সকলো যেন তাৰ গোলমাল হৈ গ'ল, বেঙ্ক ফেল্ হোৱাতকৈ যেন পৃথিবীত আৰু ডাঙৰ দুঃসংবাদ হব নোৱাৰে, এনেকুৱা ধাৰণা হ'ল তাৰ···দেউতাকৰ চিন্তাক্লিষ্ট মুখখন চকুৰ সমুখত ভাঁহি উঠিল, সি যেন দেখিলে, এতিয়াও তাত উদ্বেগৰ কোনো বহিঃপ্ৰকাশ নাই। কষ্ট আছেই পৃথিবীত, কষ্ট আমি সহিবই লাগিব, দুঃসংবাদ আৰু দুখ আমি স্থিৰভাৱে মানি লবই লাগিব, ভগবানৰ পৰীক্ষাত আমি অবিচলিতভাৱে উত্তীৰ্ণ হবই লাগিব—এনেকুৱা এটা দৰ্শন, এনেকুৱা এটা দৃষ্টিভঙ্গী কিয় সি পুতেক হৈ অবলম্বন কৰিব নোৱাৰিলে? ক'তা, দেউতাকেতো তাক এতিয়ালৈকে এই বিষয়ে এষাৰো কথা কোৱাৰ প্ৰয়োজন বোধ কৰা নাই—তেখেতেতো ধীৰভাৱেই খবৰটো গ্ৰহণ কৰিছে। নিৰুদ্বেগ, প্ৰশান্ত মুখখন তাৰ মনৰ পটত



উজ্জ্বলৰ পৰা উজ্জ্বলতৰ হৈ দেখা দিলে, শ্ৰদ্ধাত সি মূৰ দোঁৱাব খুজিলে, সিও যেন স্বতঃস্ফূৰ্ত্ত ভাৱে ক'ব খুজিলে, দেউতা, আগন্তুক দুঃসময়ৰ কাৰণে ময়ো নিৰ্ভীক নিৰ্ভাবনাৰে প্ৰস্তুত হৈছোঁ, ময়ো আপোনাৰেই ল'ৰা, কালিৰ কাৰণে দুশ্চিন্তা কৰি ময়ো আজিৰ কৰ্ত্তব্যত ফাঁকি নিদিও···'Sufficient unto the day is the evil thereof···',

কিন্তু নোৱাৰিলে কিয় সি? The pity of it, Iago, the pity of it! মূৰ দোঁৱাবলৈ গৈ সি ৰৈ গ'ল, তাৰ মনত পৰিল, সি এটা অপদাৰ্থ, অকৰ্ম্মণ্য, নৈতিকতাবিহীন সন্তান; তাৰ মনত ধাৰনা হ'ল, কোনো কামত নহা ভাৱপ্ৰৱণতাত মগ্ন হোৱাৰ উপৰিও তাৰ এটা দায়িত্ব আছে—মাক নোহোৱা ল'ৰাৰ ঘৰৰ, ভনী মৰি যোৱা সংসাৰখনৰ, নিৰুদ্দেশ ভায়েকে এৰি যোৱা ঘৰখনৰ, বলিয়া ভায়েকৰ ঘৰখনৰ সিয়েই ডাঙৰ ল'ৰা, হাজাৰ হওক সিয়েই বৰপুত্ৰ (বাপ' ককাইদেউৰ তো ঘৰৰ লগত সম্বন্ধ প্ৰায় নায়েই)।

কিন্তু কি কৰিব সি, কিহৰ ভূ পায় সি?

সকলো এৰি কি দেউতা নিদ্ৰা গৈছে শান্তি বিচাৰি? পৰ্দ্দাৰ ফাঁকেৰে সি ভুমুকি মাৰিলে। কোঠালিত মৃদু কথা-বাৰ্ত্তাৰ শব্দ। দেউতাৰ আঠুৱা পেলোৱা হোৱা নাই, চাৰিওপিনৰ ডাঙৰ ডাঙৰ পুৰণি ট্ৰাঙ্ক আৰু আলমাৰীবোৰ অস্পষ্ট মূৰ্ত্তি কিছুমানৰ দৰে থিয় হৈ আছে। মূৰ-শিতানৰ খিৰিকিৰে অলপমান পোহৰ আহি পুৰনি ডাঙৰ মেজ খনত, তাৰ পুৰনি পুথিপত্ৰবোৰত পৰিছে, এটা তাহানি-দিনৰ গোন্ধ, এটা এণ্টিকুইটিৰ ভাব কোঠালিত বিয়পা। ধপাতৰ গোন্ধত কোঠালি ভৰি গৈছে, বিছনাৰ ওপৰত বহি দেউতাই ধপাঁত খাইছে, গুৰগুৰিৰ পৰা শব্দ উঠিছে। বিছনাৰ কাষৰ চকী এখনত বহি কৰুনাবাবুয়ে ধপাঁতৰ চিলিমত ফু দিছে, অকণি অকণি পোহৰত মাজে মাজে দুয়োৰো মুখ দুখন অলপ অস্পষ্ট ভাৱে মনিব পৰা গৈছে—নিখিলে অইন সময়ত ভাবিলেহেঁতেন, ডিকেন্সৰ উপন্যাস এখনৰ পৰা দুটা চৰিত্ৰ উঠি আহিছে।

কৰুণাবাবুয়ে দেউতাক খুব শ্ৰদ্ধা কৰে, বিপদত সান্ত্বনা দিবলৈ অৱশ্যে তেওঁৰ স্পৰ্দ্ধা নাই, কিন্তু সঙ্গী হ'বলৈ তেওঁ সদায় ইচ্ছুক। ইমান দিনৰ পৰিচয়ৰ মাজেৰে বৃদ্ধৰ মাজত তেওঁ এজন আদৰ্শ মানুহ বিচাৰি পাইছে—যিজনে আজিলৈকে অসংখ্য ধুমুহাৰ মাজতো নিজৰ চৰিত্ৰত অকনো চেকা নলগালে। অসংখ্য ৰকমৰ সুবিধাৰ মাজতো যিজনে এটাও অন্যায় নকৰিলে,

সকলোকে সহায় কৰি যিজনে কাৰোপৰা কোনো প্ৰতিদান দাবী নকৰিলে বা তাৰ কাৰনে এদিনো আক্ষেপ নকৰিলে। তেওঁৰ চকুৰ সমুখতে সিঙ্গিনা জুৱাচোৰ নৰেনে ধাৰবোৰ নমৰাকৈ তেখেতক ক্ষতিগ্ৰস্ত কৰি বোম্বাই পালেগৈ, অথচ বৃদ্ধই···

"সি মোৰ এনেকৈ অবাধ্য হব মই ভবা নাছিলো।"

নিখিলৰ বুকুখন কঁপি উঠিল। তাৰ কথা কৈছে নেকি?

"আপোনাক আৰু মই কি ক'ম! কালৰ দোষ। যুগধৰ্ম্ম—"

কৰুনাবাবুৱে কথাবোৰৰ আঁত হেৰুৱাই পেলালে।

"ঘৰৰ পিনেতো সি এবাৰ চোৱা উচিত আছিল। অৱস্থা সি দেখিছেই।" দেউতাৰ কণ্ঠত বিদ্বেষহীন অসন্তোষ।

"আপুনি দুখ কৰিছে কিয়? তাৰ এটা কন্‌ভিক্‌শ্যন্ হৈছে, সি বুজিছে এইটো কৰা ভাল, তাৰ বিবেকৰ মতে সি চলিছে। সি তো আৰু লৰা-ধেমালি কৰিবলৈ আণ্ডাৰগ্ৰাউণ্ডলৈ যোৱা নাই", কৰুণাবাবুৱে বুজাবৰ চেষ্টা কৰিছে।

দেউতাকে একো নক'লে। নীৰৱে ধপাত খোৱাৰ শব্দ। কাৰো বিশ্বাসত তেখেতে বাধা দিব নোখোজে। তথাপি পঢ়া-শুনা শেষ কৰি তাৰ পিছত— নাই, এই কথা যেন আজিকালিৰ লৰা কোনেও বুজিব নোখোজে। পঢ়া-শুনা যেন এটা কথাই নহয়। 'গোলামী শিক্ষা', সিহঁতে কয়। শিক্ষা-পদ্ধতি লৈ তেখেতে তৰ্ক কৰিব নোখোজে। হয়তো মইনাতকৈ কনক তেখেতৰ বেছি ভাল লাগিছে আজি কেইদিনমানৰ পৰা। কণে তথাপি কিবা এটা কৰিছে, চেষ্টা কৰিছে।

কিন্তু কি কৰিছে! গুণ্ডামি, ডকাইতি, হত্যাকাণ্ড। অন্ততঃ শুনা যায় তো সেয়েই। সেইবোৰ বৃদ্ধই কেনেকৈ সমৰ্থন কৰিব? ভগবানক খাটিছে, তাক সুপথে, শুদ্ধ পথে ঘূৰাই আনক, ভগবানে জানো শুনিছে? নিজৰ লৰাই অমানুষিকতাৰ খাপলৈ নামি গৈছে, ভাবি বৃদ্ধৰ সমস্ত অন্তৰ যেন ক'লা পৰি গ'ল ···

"সিহঁতে দেশত অশান্তিৰহে সৃষ্টি কৰিছে, এয়েতো মানুহে দেখিছে। দেশৰ প্ৰতি সিহঁতৰ আনুগত্য ক'ত?"

"অবশ্যে আমি দেখাত সেয়ে দেখিছো। কিন্তু আচল কথা আমি কেইজনে বুজিবৰ চেষ্টা কৰিছোঁ? মোৰ মনে কেতিয়াও নকয়, কনইঁতে—কনইঁতেই বা কিয়, সকলোৱে, বিভিন্ন দলৰ সকলোৱে—এটা আদৰ্শৰ কাৰণেই এইবোৰ কৰিব লগীয়া হৈছে।"



কৰুনাবাবুৰ কণ্ঠত আন্তৰিক বিশ্বাসৰ সুৰ ধ্বনিত হ'ল।

"হিংসা", বৃদ্ধই লাহে লাহে ক'লে, "যি কোনো কাৰণেই হিংসা-বৃত্তি পাপ।"

"সেইটো এটা মতামতৰ কথা," কৰুণাবাবুৱে অৱশেষত সাহসেৰে ক'লে। বৃদ্ধ অলপ আচৰিত হৈছে। "সিহঁতে কয়, অৰ্থাৎ এদল মানুহে কয়, চৰকাৰ আজি সম্পূৰ্ণ ফেচিষ্ট। খোলাখুলিভাৱে কোনো সংগঠন কৰাৰ—কৃষকৰ মাজত, লেবাৰৰ মাজত, মধ্যবিত্তৰ মাজত, কোনো ৰকমৰ সংগঠনৰ সুবিধা আজি নাই। সভা এখন কৰাৰ আজি স্বাধীনতা নাই, কাগজ এখনত দুটা কথা লিখাৰ আজি মানুহৰ অধিকাৰ নাই। গতিকে, সশস্ত্ৰ বিদ্ৰোহ—মানে, কিবা কয়, বিপ্লৱৰ যোগেৰে ক্ষমতা দখল কৰাৰ বাহিৰে তেওঁলোকে আৰু অন্য উপায় নেদেখে। হিংসা তাৰ কাৰণে প্ৰয়োজনীয়। তেওঁলোকে কয়, 'দি এণ্ড্ জাষ্টিফাইজ্ দি মিন্‌ছ্।'।

বৃদ্ধৰ পিনৰ পৰা এটা ব্যঙ্গমিশ্ৰিত উত্তৰ।

"নৰহত্যা, লুট-পাত, আৰ্চন্—এইবোৰ তাৰ মানে অৱশেষত জাষ্টিফাইড্!"

'A revolution implies atrocities', কৰুণাবাবুৱে সাহস কৰি কৈ পেলালে।

কিছু সময় নীৰৱতা।

"তাক তো মই বাধা দিয়া নাছিলো তেনেকৈ," বৃদ্ধই লাহে লাহে ক'লে, "এটা causeৰ কাৰনে যদি সি যাব খোজে, তাত হকা-বাধা কৰিবৰ মোৰ অধিকাৰ নাই। কিন্তু সি বৰ drastic step ললে ···।"

বহুত দিনৰ গোপন কথা এটা যেন কৈ পেলালে বৃদ্ধই, মনটো অদ্ভুতভাৱে পাতল লাগি গ'ল। যেন এটা স্বীকাৰোক্তি। নিখিলৰ মনৰ পৰা নিমিষতে মেঘ আঁতৰি গ'ল, দেউতাৰ কথাবোৰ তাৰ মনত লাগিল যেন কনৰ ওপৰত আশীৰ্ব্বাদৰ দৰে, শুভেচ্ছাসূচক সন্মতিৰ দৰে বৰ্ষিত হ'ল। যেন সি নতুনকৈ অনুভৱ কৰিলে, কন তাৰেই ভায়েক, কনৰ লগত তাৰ এটা নিবিড় সম্বন্ধ আছে। কনৰ কামত দেউতাৰ সন্মতিয়ে (হয়তো অনিচ্ছাৰ পৰাই উদ্ভূত) নিশ্চয় কনক স্পৰ্শ কৰিব, যিমানেই দুৰ্গম, দুৰ্ভেদ্য স্থানত প্ৰানৰ আতঙ্কত আৰু পেটৰ ভোকত সি নাথাকক। ক্ষীণ অৰ্কেষ্ট্ৰাৰ সুৰ হঠাৎ স্পষ্ট হৈ উঠিল, কোনোবাই নিশ্চয় ৰেডিঅ'টোৰ ভলিউম বঢ়াই দিলে, দেউতাৰ কথাৰ লগত তাল মিলাই যেন এটুকুৰা আনন্দোচ্ছাস ভাহি আহিল অকস্মাৎ ···

করুনাবাবু ওলাই আহিল। চছমাযোৰ তেওঁ ঠিক কৰি ললে, বৃদ্ধৰ কোঠালিলৈ এবাৰ চালে, তাৰ পিছত নিখিলক মাতিলে—

"বৌৱেৰা ক'ত? বাৰু, বাৰু,মতাৰ দৰ্কাৰ নাই। শুনা—কালি পুৱা আঠ বজাৰ ভিতৰতে গৈ নলিনী ডাক্তৰক গৈ মাতি আনিবা। মই আজি কৈ আহিছো তেওঁক।"

"নলিনী ডাক্তৰক?"

"দেউতাৰাৰ ব্লাড-প্ৰেছাৰটো এবাৰ লোৱা দৰ্কাৰ।"

নিখিলে লাজ পালে করুনাবাবুৰ কথা শুনি। করুণা বাবুৱে কিন্তু তালৈ মন নকৰিলে। তেওঁৰ নিজৰে অলপ লাজ লাগিছে, বৃদ্ধৰ আগত তেওঁ কিছুমান ডাঙৰ ডাঙৰ কথা কৈ আহিছে। তেখেতৰ মনৰ পৰা তিক্ততাৰ প্ৰলেপটো গুচাবলৈ নিজৰ ইচ্ছাৰ বিৰুদ্ধেও তেওঁ তাৰ সমৰ্থনত ডাঙৰ এটা বক্তৃতাই দিছে।

করুনাবাবুৰ নিজৰ এজ্‌মাৰ বিষটো প্ৰবল হৈ উঠিছে, তেওঁ জনালে। দুৱাৰ-মুখলৈ তেওঁক আগুৱাই দি সি ঘুৰি আহিল। দেউতা এতিয়াও শোৱা নাই, অঙঠাৰ ক্ষীণ আভাত মুখখন মাজে মাজে বুজিব পৰা গৈছে—তেখেতে ভাবিছে। কন এতিয়া কত? পলৰীয়া জীৱনৰ কষ্ট কেনেকুৱা? তাৰ একো টান বেমাৰ-আজাৰ হোৱা নাই তো? কি ঠিক, ক'ত বা কি খাই ফুৰিছে সি···ধনৰ কথা হঠাৎ মনত পৰিল, মনত পৰিল তাৰ উচ্চশিক্ষাৰ অভিলাষ, তাক তেখেতে বিলাতলৈ পঠিয়াব খুজিছিল। মইনাৰ লগৰ অমলৰ কথা মনত পৰিল, যোৱা দহ তাৰিখে সিহঁতৰ জাহাজে বম্বে এৰিছে, মইনাইয়ে দিছিল খবৰটো। সি, সিদিনাৰ কৃতীছাত্ৰ ধন, আজি বিকৃত মস্তিষ্ক! অকস্মাৎ যেন ক'ৰবাত এটা বোমা ফুটিল, পিষ্টলৰ গৰ্জ্জন, পুলিচৰ হাতৰ পৰা এদল খেতিয়কে ৰাইফল্ কাঢ়ি আনিলে—শান্তিপ্ৰিয় অসমীয়া মানুহবোৰৰ, নিৰীহ খেতিয়কবোৰৰ মুৰত কোনে বিষ আনি সুমুৱালে—এটা কোলাহল, চাৰিওপিনে এটা গোলমাল, ধোঁৱা আৰু বাৰুদেৰে বাট একাকাৰ হৈ গ'ল, কন ধৰা পৰিছে মনত হ'ল যেন তেখেতৰ, তাক খুব কোবাইছে, বুটেৰে তাৰ বুকুত গুৰিয়াইছে,—এটা যেন আতঙ্ক সোমাল মনত, নিজৰ ওপৰত এটা বিৰাগ আহিল মুহূৰ্ত্তৰ কাৰণে।···সোণটিক বহুত দিন দেখা নাই, তাই আহি পাবহিয়েই, মনটো যি হওক ভাল লাগিব অলপ। অস্পষ্ট অন্ধকাৰতো তেওঁৰ চকু দুটা হঠাৎ বেৰত পৰিল, শান্তিৰ উদ্দেশ্যে হাতখন দাঙি ধৰা গান্ধীজীৰ ছবিখন যেন তেখেতে মনিব পাৰিলে—মুখৰ শান্ত সৌম্য ভঙ্গিমাটো ধৰিব পাৰিলে, মনটো তিক্ত হৈ গ'ল—



মানুহৰ ওপৰত বিশ্বাস হেৰাই গ'ল। যীশুক মানুহবোৰে ক্ৰুছত দিলে, আব্ৰাহাম্ লিঙ্কনক গুলীয়াই মাৰিলে, পশুৰ স্তৰলৈ নামি গৈ মানুহে অৱশেষত গান্ধীজীকো হত্যা কৰি শেষ কৰি দিলে।

পৃথিবীত আৰু মানুহে কি লৈ জীয়াই থাকিব?

মুৰৰ ওপৰত যুদ্ধৰ কৰাল ছাঁ, এটম্ বোমা আৰু হাইড্ৰ'জেন বোমাৰ ভয়ঙ্কৰ ইঙ্গিত, বিকাৰগ্ৰস্ত, সুবিধাবাদী, হিংসা-পৰায়ন এটা মানুহ জাতি···অঙঠাৰ জুই লাহে লাহে নিৰ্ব্বাপিত হৈ গ'ল।

মনুৰ কোঠালিৰ দুৱাৰখন মেলা যেন বোধ হ'ল, নিখিলে দেখিলে তাৰ ভিতৰত সৰু-সুৰা বস্তু-বাহানি ভৰি পৰিছে। তাৰ মনত পৰিল, বৌৱে ঘৰটো আজি ঠিক-ঠাক কৰিছে, সোণটি বাইদেউহঁত আহিব—কথাটো মনত পৰিল। ঘৰটো বেছ পৰিষ্কাৰ হৈছে, বৌৱে নিশ্চয় খুব কষ্ট কৰিব লগীয়া হৈছে। নিজৰ ওপৰত তাৰ ধিক্কাৰ আহিল, কেনেকৈ সি ডেকা লৰাটোৱে বৌৱেকক কষ্টখিনি কৰিবলৈ এৰি দি নিজে বতাহত উৰি ফুৰিছে! মুখেৰে বৌৱে একো কোৱা নাই, কিন্তু অন্তৰেৰে জানো তাক বেয়া পোৱা নাই? বৌক তাৰ ভাল লাগিল হঠাৎ, ধাৰনা হ'ল, হাজাৰ হওক, বৌ তাৰেই ককায়েকৰ পৰিবাৰ। নিজৰ সামৰিব নোৱাৰা লৰা-ছোৱালী আগুৰিও কেনেকৈ বৌৱে ভগা-সংসাৰখন চলাই আহিছে! সি কেতিয়াবা বৌ থকাত জানো কষ্ট পাইছে? Show কৰাৰ প্ৰবৃত্তি থাকিলেই বা, দেউতাই জানো কেতিয়াবা কিবা এটা সামান্য কথাতো বৌৰ পৰা কিবা অকণিও কষ্ট পাইছে?···সাংসাৰিক মলিনতাই যদি বৌক আগুৰি ধৰে, তাৰ কাৰণে বৌ জানো নিজে পুৰামাত্ৰাই দায়ী? নিজৰ অৱস্থাটো সি ভাবি চালে। ফুলুক ভাত খুৱাই থকা বৌৰ মুখখন মনলৈ ভাহি আহিল—অন্যমনস্ক বৌৰ মুখখন। বেঙ্কৰ টকাবোৰ যোৱাত তাৰ কুটিলা বৌৱেও আন্তৰিক আঘাত পাইছে। সুখে-দুখে এইখন সংসাৰৰ লগত বৌৰ জীৱন বন্ধা হৈ গৈছে অচ্ছেদ্য ভাৱে, এই ঘৰৰ সুখ বৌৰ সুখ, এই ঘৰৰ দুখো বৌৰেই দুখ।

ডাঙৰ লৰা মাখনে টেবুলত কিতাপৰ ওপৰত মুৰ থৈ শুই পৰিছে। তাৰ টোপনি আহিছে। কোঠাটোৰ লাইটৰ হ'ল্ডাৰটো বেয়া হৈছে ('ৰঞ্জনক দেখুৱাব লাগিব')। লেম এটাত লেতেৰা ৰঙা কেৰাচিন পুৰিছে, মাখনৰ মুখখনত তাৰ তাপ লাগিছে। তাৰ সমুখৰ বেৰৰ এল্‌জেব্ৰাৰ ফৰ্ম্মুলাৰ লিষ্টি খনৰ ওপৰত এটা জেঠি উঠিছে, চকীৰ হাত দুডালত থৈ দিয়া কামিজটো মাটিত পৰি গৈছে···হঠাৎ তাৰ

কাষৰ মানুহবোৰৰ ওপৰত খঙ উঠিল, দিনে ৰাতি ৰেডিঅ' বজাই সিহঁতে গোটেই চুবুৰীটোৰ লৰাবোৰৰ পঢ়া আৰু পৰীক্ষাৰ প্ৰতিবন্ধক সৃষ্টি কৰিছে। Easy money ! টাইফয়েডত ভুগি ভুগি ভুবন মৰি গ'ল, এদিনলৈ, এৰাতিলৈ সিহঁতে ৰেডিঅ' বন্ধ নকৰিলে। হয়তো যতিবাবুয়ে কোৱা 'সভ্যতাৰ অভিশাপ' এয়ে···লেমটো সি কমাই দিলে, মাখনক জগাবৰ তাৰ ইচ্ছা নহ'ল। সি পাক ঘৰলৈ সোমাই গ'ল।

বৌ তাত নাই। নিজৰ কোঠাত বৌ টোপনি গৈছে। বিছনাখনত কেইদিন-মানৰ পৰাই উৰহ হৈছে, মজিয়াতে ঢলা বিছনা পাৰি লৰা-ছোৱালী কেইটাৰে সৈতে কুণুক বুকুৰ কাষত লৈ বৌৱে ভাগৰত টোপনি গৈছে। খিৰিকীৰে জোনাক সোমাইছে। বৌৰ মুখত হঠাৎ সি আৱিষ্কাৰ কৰিলে মহিমামণ্ডিত মাতৃ-মূৰ্ত্তি—জোনাকত ফিডিং-বটলটো জিলিকি উঠিল। মুৰৰ কাষত বৌৰ পুৰনি কীৰ্ত্তন-ঘোষাখন বন্ধ অৱস্থাত সি মনিব পাৰিলে—সেন্দুৰেৰে ৰঙা হোৱা, ফালি যোৱা তাৰ পাতবোৰ। অকলে অকলে বৌৱে কেতিয়াবা তাৰ পাত লুটিয়ায়···

কিছু সময় সি নিশ্চল হৈ থিয় হৈ থাকিল।

বৌ ঠিক টোপনি যোৱা নাই। দূৰত কাৰোবাৰ ঘৰত নাম ধৰিছে, এটা শব্দ খিৰিকীৰে বৈ বৈ ভাহি আহিছে। অৰ্দ্ধনিদ্ৰাত বৌৱে অস্পষ্টভাৱে শুনিছে, 'গোপাল গোবিন্দ যদু-নন্দন, কৃষ্ণৰ চৰণে লৈলো শৰণ'···অপৰিসীম এটা শান্তিত বৌৱে সাংসাৰিক জটিলতা পাহৰি গৈছে, টোপনি গাঢ় হৈ আহিব খুজিছে, জোৰ কৰি বৌৱে টোপনিতে নাম ধৰা শুনিছে।

চক্ খাই বৌৱে সাৰ পালে। বোধ কৰোঁ কপালত এটা মহে কামুৰিছে। মইনাই মাতিছে, "বৌ, অ' বৌ, উঠক। ভাত নিদিয়ে নেকি ?"

খোল-তালৰ শব্দ লাহে লাহে মিলি গ'ল, নাম-কীৰ্ত্তন প্ৰায় শেষ হৈ আহিল। লাইটটো জ্বলাই লৈ নিখিলে চিঠি লিখিব আৰম্ভ কৰিলে। মাখনীলৈ বহুদিন চিঠি লিখা নাই। তাই নিশ্চয় তাক পাহৰিব পৰা নাই। তাইৰ ওপৰত থকা তাৰ অহৈতুক অসন্তোষৰ কাৰনে তাৰ বিকাৰগ্ৰস্ত মনটোকে সি এতিয়া দায়ী কৰিছে।

পুৰণি দিনবোৰ বিচিত্ৰভাৱে মনলৈ ঘূৰি আহিল। কলেজ আৰু কালচাৰেল্ আন্দোলন। ছোৱালী আৰু 'চাল'। এটা এনাকি সকলো ক্ষেত্ৰতে, এটা ইন্‌টেলেক্‌চুৱেল্ চাৰ্কলৰ লগত দিনবোৰ গ'ল। মাখনী আৰু তাইৰ গান। অলপ অলপ কমিউনিজম্, অলপ অলপ কাব্য, ভণ্ডামি আৰু আত্মপ্ৰবঞ্চনা ভৰা কেইটামান বছৰ···



কন আৰু ধনৰ কথা হঠাত আকৌ মনত পৰিল। অমল এতিয়া বিলাত-গামী জাহাজত। মিশ্ৰৰ ৰেষ্টোৰাঁখন অকৌ মনলৈ ভাহি আহিল। তাৰ ইন্‌টেলেকচুৱেল আড্ডাটো মনত পৰিল। ভিতৰৰ এটা পাৰ্টিশ্যন দিয়া কোঠা। ৰুমটো সিহঁতে প্ৰায় অধিকাৰ কৰি লৈছিল। বাকীৰ পইচাৰ ঠেলা সামৰিব নোৱাৰি সিহঁত গলদঘৰ্ম্ম হৈছিল, মিশ্ৰৰ অংশীদাৰ তাৰ কাকয়েকৰ (পেটটো অনবৰত কঁকালৰ ওপৰলৈ টনাৰ ব্যৰ্থ চেষ্টা কৰাই যাৰ অভ্যাস) ব্যঙ্গোক্তিত ইন্‌টেলেকচুয়েল চাৰ্ক্‌ল্ বিব্ৰত হৈ পৰিছিল, হয়তো দোকানৰ লৰাবোৰেও লুকাই লুকাই সিহঁতক হাঁহিছিল। দোকানৰ ৰেডিঅ'টোৰ সঙ্গীত সিহঁতে প্ৰাণভৰি উপভোগ কৰিছিল, কৃষ্টিমূলক আলোচনীখনক কেন্দ্ৰ কৰি সিহঁতৰ সম্পাদকীয় ব'ৰ্ডে চাহৰ কাপত ধুমুহাৰ সৃষ্টি কৰিছিল। বাহিৰৰ আত্মকেন্দ্ৰিক মানুহবোৰৰ পৰা সিহঁতে বিচ্ছিন্ন হৈ থকাৰ চেষ্টা কৰিছিল, চেষ্টা কৰিছিল অৰ্থনৈতিক আৰু ৰাজনৈতিক জটিলতাৰ পৰা দূৰত থকাৰ। কলেজৰ বা বাহিৰৰ কোনো সভাত সিহঁতৰ এটাকো কেতিয়াও দেখা নগৈছিল, কোনো শোভাযাত্ৰাত সিহঁত নাছিল, ৰেডিঅ'টোত খবৰ কোৱা আৰম্ভ হ'লেই সিহঁতৰ মুখত বিৰক্তি ফুটি উঠিছিল। উচ্চ ভাবধাৰা, কাব্য আৰু নাটক, ছোৱালী আৰু প্ৰেম-পত্ৰ। তথাপি অপ্ৰীতিকৰ ঘটনাৰ অভাৱ নাছিল—'বাকী বিক্ৰী নাই'ৰ জাননীখন কৌশলেৰে লুকুৱাই সিহঁতে দোকান সোমাইছিল, মিশ্ৰৰ ককায়েকৰ মুখত বিৰক্তিৰ চিন দেখা দিছিল সময়ে সময়ে, দোকানৰ ল'ৰাটোৱে ইঙ্গিত কৰিছিল একাপ চাহৰ সলনি এঘণ্টা বহাৰ বদ অভ্যাসটোৰ প্ৰতি, সিহঁতক অপমানিত কৰিবলৈ মিশ্ৰই মাজে মাজে ৰেডিঅ'টো বন্ধ কৰি দিছিল, দুটা লাইটৰ এটা লাইট নুমুৱাই দিছিল, নিজৰ কাণতে বিদ্ৰূপৰ দৰে আহি পৰিছিল সিহঁতৰ নাটকীয় ধ্বনি, 'Light, more light...'

তথাপিতো সিহঁতে সংসাৰৰ আবৰ্জ্জনা আৰু গোলমালৰ পৰা আঁতৰি এটা চমৎকাৰ পৰিবেশৰ সৃষ্টি কৰিছিল—সিহঁত তাৰ বাবে গৰ্বিত। হয়তো বাহিৰত বিৰাট গোলমালেৰে এটা বনুৱা-মধ্যবিত্ত শোভাযাত্ৰা পাৰ হৈ গৈছিল, পাৰ হৈ গৈছিল গৰ্জ্জনশীল মটৰগাড়ী, ৰেডিঅ'টো বিৰক্তিত মিশ্ৰই বাৰে বাৰে বন্ধ কৰি দিছিল। ৰেডিকেল ভাবধাৰা আৰু কমিউনিষ্ট প্ৰচাৰ-কাৰ্য্যক ব্যঙ্গ কৰি, অৰ্থলোভী ধনীসকলৰ গৰ্জ্জনশীল গাড়ীবোৰক গালি পাৰি সিহঁতে নিজৰ সঙ্কীৰ্ণ অথচ গতিশীল পৰিবেশত ডুবি গৈছিল। স্থিৰ, নিশ্চিন্ত আৰু নিৰ্ভাৰনাশীল। দোকানৰ

লাইটবোৰ হঠাৎ নিৰ্ব্বাপিত হৈ গ'ল, ক'ৰবাত ফিউজ্ জ্বলি গ'ল, কিছুমান কাপপ্লেট্ বাগৰি পৰিল, এটা গোলমাল আৰু চিঞঁৰ-বাখৰ, বন্ধ হৈ গ'ল ভীমপলশ্ৰী। তথাপি বৃত্তটোৰ চাঞ্চল্য নাহিল, অন্ধকাৰত জ্বলি উঠিল দিয়াচলাইৰ কাঠি, এটাৰ পিছত এটা দীঘল বগা চিগাৰেট এন্ধাৰৰ পৰা তাত আহি সোমাল, দেৱালত পৰিল কাপ্-প্লেট্ আৰু মানুহবোৰৰ অদ্ভুত অদ্ভুত ছাঁ, আন্ধাৰত মাথোঁ জ্বলিল চিগাৰেটৰ আগবোৰ, বহেমিয়ান ইন্টেলেকচুয়েলৰ দলে স্থিৰভাৱে বহি বৈদ্যুতিক ব্যৱস্থাৰ পুনৰ সংস্থাপনৰ অপেক্ষা কৰিলে ( ঘৰৰ লাইটবোৰ ঠিক কৰিব নোৱাৰি সেইদিনা ৰঞ্জনে তাৰ শিক্ষাৰ অসাৰ্থকতাৰ কথা অনুভৱ কৰিলে, থিয়ৰি আৰু প্ৰেকটিকৰ সামঞ্জস্য নোহোৱা শিক্ষাৰ প্ৰতি প্ৰথমবাৰ তাৰ অশ্ৰদ্ধা আহিল )···

কিন্তু অৱশেষত সকলো যেন অসাৰ্থক হৈ গ'ল। ক'লৈ যে সিহঁতৰ চক্ৰৰ সভ্যসকল ভাহি গ'ল, কোনে যে কি মূৰ্ত্তি পালে ! অমল বিলাতগামী, যতীনে জেলত চি ডিভিজনৰ খাদ্য খাব লাগিছে, কোনোবা হ'ল মাষ্টৰ, কোনোবা কেৰাণী, কেনোবা অধ্যাপক। নিজৰ নিজৰ কামত সকলো ঘূৰিব ধৰিছে, হিমাংশু নিৰুদ্দেশ। চিনেমা হলৰ সমুখত এদিন সন্ধিয়া সি গান শুনি আছিল, হঠাতে বীৰেশৰ লগত তাৰ দেখা হৈ গ'ল। দুয়ো বন্ধুৱে আনন্দতে কিছু সময় কথাই কব নোৱাৰিলে, তাৰ পিছত বীৰেশে লাহে লাহে নিজক প্ৰকাশ কৰিলে। সি ষ্টেট্- এক্সপ্ৰেছ চিগাৰেট উলিয়াই দিলে পকেটৰ পৰা, স্পেচিয়েল ক্লাচত তাক চিনেমা চাবলৈ আহ্বান জনালে, তাৰ চকুৰে-মুখে আৰু তাৰ দামী ছুটবোৰত চিনেমা হ'লৰ আলোকমালা ঝলমলাই উঠিল। ছাপ্পাইৰ কেৰাণীৰ এই আভিজাত্যত সি সৰল ভাৱে সন্দেহ প্ৰকাশ কৰিলে, স্বীকাৰ কৰিবলৈ বীৰেশ কুণ্ঠিত নহ'ল, সি ভেঁটি খায়, 'ইচ্ছা কৰিয়েই' খায়, 'অন্-প্ৰিন্সিপ্ল্' খায়।

"লুটি ল ভাই। দুনিয়াত সকলোৱে লুটি লোৱাৰ মতলবত ঘূৰিছে।"

ভৌতিক জগতৰ দৰ্শন বীৰেশে গ্ৰহণ কৰিছে। বহুতো কথা পাতিলে সিহঁতে। কোন ক'ত আছে, যতীনে জেলত কি কৰিব ধৰিছে, মাখনীৰ খবৰ কি, অমলৰ বিলাত-যাত্ৰা; সিহঁতৰ কৃষ্টি-প্ৰয়াসৰ প্ৰতি ব্যঙ্গোক্তি, দুনিয়াৰ জঘন্য 'হালচাল'—সি নিজে দুৰ্নীতিৰ বন্ধু হৈ পাৰিছে, বীৰেশ। নাৰায়ণৰ খবৰ কি ? নাৰায়ণ হাজৰিকা ? অ', সিতো কেতিয়াবাই আত্মহত্যা কৰিলে।

নিখিল স্তব্ধ হৈ গ'ল কিছু সময়।

'There is a tide in the affairs of men...'



"কি ক'লি ? ওঃ, শ্বেক্সপীয়েৰ ! মই ভাই সেই সোপা পাহৰিলো"

খুব স্বাভাবিক, খুব স্বাভাবিক। ফাইল্, একাউন্ট আৰু মাৰোৱাৰীৰ মাজত শ্বেক্সপীয়েৰ থাকিব কেনেকৈ ?···লাউড স্পীকাৰৰ গান বন্ধ হৈ গ'ল, চিনেমা আৰম্ভ হ'বৰ হৈছে, বীৰেশে লৰালৰিকৈ বিদায় ললে।

সি স্বপ্নাচ্ছন্নৰ দৰে ঘূৰিলে ৰাস্তাই ৰাস্তাই। পৃথিৱীখন যেন ভাহি যাব ধৰিছে, সি যেন ভাহি যাব ধৰিছে। There is a tide··· মানুহবোৰে কলৰৱ সৃষ্টি কৰিছে, কি ভাবিছে সিহঁতে ? শব্দ-তৰঙ্গৰ সৃষ্টি কৰিছে মাত্ৰ, ৰঞ্জনে কয়। নাৰায়ণ হাজৰিকা ! পৃথিৱীয়ে অৱশেষত তেন্তে তাক হত্যা কৰিলে ! বিৰাট এটা সম্ভাৱনাৰ মৃত্যু হৈছে। ৰঞ্জনৰ কথা হঠাৎ তাৰ সঁচা যেন লাগিল ; পৃথিৱীখন অইন একো নহয়, মাত্ৰ কিছুমান তৰঙ্গৰ খেলা। শব্দবোৰ, গানবোৰ, মাত্ৰ বতাহৰ ঢৌ। সূৰ্য্যৰ পোহৰ আৰু তাপ কিছুমান ঢৌ মাত্ৰ···ইলেক্ট্ৰমেগ্নেটিক্ ৱেভ্ছ্। আনকি ইলেক্ট্ৰনো ঢৌৱেই—সম্ভাৱনা-তৰঙ্গ, ৱেভ্ছ্ অব্ প্ৰবেবিলিটি। ৰেডিঅ'ত বেতাৰ-তৰঙ্গ। পৃথিৱীৰ সকলো ঘটনা, সকলো কথাই তৰঙ্গমালাৰ কথা—আহিছে আৰু গৈছে, এটা গতিশীল কঁপনি, আহিব আৰু যাব। নাৰায়ণো আহিছিল, সিও গৈছে। দেউতা হয়তো—

ট্ৰেইনখনো আহিল আৰু ট্ৰেইনখনো গ'ল। ক্ৰছিংৰ গেটত ভৰ দি যতিবাবু আৰু ৰঞ্জনৰ লগত দূৰৰ ডিষ্টেণ্ট-ছিগ্নেলৰ পোহৰটো সি লক্ষ্য কৰিলে। ট্ৰেইনৰ ভাৰা বঢ়াই দিছে ধনিক চৰকাৰে, যতিবাবুৱে ক'লে। ৰঞ্জনে একো নকলে, নিখিলে একো নকলে। কথাটো নিতান্ত অপ্ৰাসঙ্গিক হৈছে, বুজিলে যতিবাবুৱে। সৰু লৰাৰ দৰে তিনিও নেদেখা বস্তু চোৱাৰ নিচিনা ৰেলগাড়ী চাবলৈ ৰৈ আছে, ভাবি তিনিও আচৰিত হ'ল। দূৰৰ ৰঙা পোহৰটো তিনিও দেখিলে, নিখিলে একো ক'বলৈ বিচাৰি নাপালে, 'লাল-দুনিয়া'ৰ ইঙ্গিত টানি আনিবলৈ যতিবাবু কুণ্ঠিত হল, নিতান্তই ৬৫৬৩ × ১০<sup>-৮</sup> চেন্টিমিটাৰ দৈৰ্ঘ্যৰ ঢৌ বুলি মন্তব্য কৰিবলৈ ৰঞ্জনৰ ভাল নালাগিল। কাষৰ নেপালীৰ দোকানৰ পৰা চিগাৰেট কিনি তিনিও তাতে ৰৈ থাকিল, যেন অহা আৰু যোৱাৰ চিৰন্তন দৃশ্যটোৱে সকলোকে চহৰৰ সেই নিস্তব্ধ কোনত নিৰ্জন ৰাতি স্পৰ্শ কৰিলে। বিৰাট এটা যন্ত্ৰ-দানৱ, পলিফেমাছৰ দৰে এটা এক-চক্ষু দৈত্য, তীব্ৰ হুইছেল-ধ্বনি, ভিৰেৰে ঠাহ খোৱা অৰোমাণ্টিক কোঠালিবোৰ ( 'ভ্ৰমণৰ-স্বাচ্ছন্দ্য জনসাধাৰণৰ কাৰনে নহয়'—যতিবাবু ) আৰু তাৰ সশব্দ পিষ্টনৰ অহা-যোৱা ('থাৰ্ম'-ডাইনামিক্ চাইক্ল্'—ৰঞ্জন ), ট্ৰেইনখনে যেন সিহঁতক স্তম্ভিত কৰি দি গুচি গ'ল।

যেন এটা ভাঁহি যোৱা তৰঙ্গ···

মাঁথো তাৰ তাৰতম্যৰ প্ৰকাশ, তৰঙ্গৰ দৈৰ্ঘ্যৰ কম-বেছি, সেয়ে ৰঙা আৰু হালধীয়াৰ, ৰন্‌জেন্ ৰশ্মি আৰু গামা-ৰে'ৰ পাৰ্থক্যৰ মূল কথা···

ৰঞ্জন এটা জ্ঞানী-মূৰ্খ, নিখিলে ভাবিলে।

"কথাটো সুন্দৰভাৱে ডায়ালেক্‌টিকেল্", যতিবাবুৱে ক'লে, "পৰিমানৰ কম-বেছিৰ পৰা গুণগত পৰিবৰ্ত্তন ডায়ালেক্‌টিক্সৰ এটা মূল কথা। Transformation of quantity into quality ... আৰু vice-versa।"

যতিবাবু এটা কেনভাচাৰ, নিখিলে এইবাৰ ভাবিলে।

ৰাতি কেতিয়াবাই গভীৰ হৈ আহিল, নাম-কীৰ্ত্তন কেতিয়াবাই শেষ হ'ল। মানুহবোৰ শুই পৰিছে। দেউতাৰ কাঁহৰ শব্দ।

গভীৰ ৰাতি ৰহস্যময় খগেন দাসৰ মটৰখন ঘূৰি আহিছে। কানিৰ বেপাৰ? নহয়, তেওঁৰ মুখত হয়তো ৰাতিৰ অত্যাচাৰৰ চিন সুপৰিস্ফুট। মদ আৰু মাইকী···

দেউতাৰ কাঁহৰ শব্দ ক্ষীণ অথচ স্পষ্ট। খগেন দাসৰ গাড়ীৰ বিলীয়মান ধ্বনি। ৰাতিৰ এটা বেদনাদায়ক শক্তি আছে···

'কিন্তু ৰাতিও পুৱাব অৱশেষত'। মূৰটো যেন ঘূৰিছে, ট্ৰেইনখন মনত পৰিছে, মাখনী শহুৰেকৰ ঘৰলৈ গুচি গৈছে তাত। মূৰৰ ভিতৰত যেন তাৰ চকাবোৰ ঘূৰিছে···

বেদনাৰ পৰা চকাবোৰে আনন্দলৈ তাক লৈ আনিলে। দুৱাৰত খুন্দা খালে ফুনুৰ নতুন ট্ৰাইচাইকেল। চকা তিনিটাত গতিৰ উন্মাদনা, তাৰ লগত শিশু-কণ্ঠৰ মুক্ত হাস্য-ধ্বনি (সোণটি বাইদেউৰ ভিনীহিয়েকে তাক এখন নতুন ট্ৰাইচাইকেল কিনি দিছে)।

বহুদিনৰ পাছত ঘৰলৈ আহি সোণটিবাইদেউৰ মুখৰপৰা অফুৰন্ত কথাৰ নিজৰা ওলাই আহিছে। ইলা-নীলাই নিখিলৰ মাতত দৌৰ মাৰি লুকাইছে মাকৰ পিছপিনে, সিহঁতৰ চুলিবোৰ বাৰে বাৰে কপালৰ ওপৰত বাগৰি পৰিছে। স্ফূৰ্ত্তিত ফুনু-ৰুনুহঁতে প্ৰবল কোলাহল কৰিছে, মাখনৰ স্কেলডাল লৈ বৌৱে সিহঁতক মাৰিবলৈ উদ্যত হৈ উঠিছে, সিহঁতে দুৱাৰৰ আঁৰত আত্ম-গোপন কৰিছে। ভিনিহীয়ে সিহঁতলৈ বিস্কুট আনিছে। ভিনিহীয়ে হাঁহিছে, বৌৱেও হাঁহিছে। আন কি দেউতাৰ মুখতো এটা ক্ষীণ হাঁহি ওলাই পৰিছে···



সোণটি বাইদেউ শকত হৈছে আগতকৈ। ইলা-নীলা বৰ মৰম-লগা হৈছে। ভিনীহি এনেয়ে শকত, প্ৰকাণ্ড মুখ, প্ৰকাণ্ড বুঃশ্বাৰ্ট, প্ৰকাণ্ড গোফ। মাখনৰ লগত তেওঁৰ দুদিনতে বন্ধুত্ব হৈ গ'ল, খেলা-ধূলাত ভিনীহিৰ দুৰ্দ্দান্ত ৰাপ, খেলাৰ ফিল্ডৰ বাহিৰে অইন একোৰে কথা দুয়ো নাপাতিলে—

দুদিনতে ঘৰখনত ভোজ-বাজীৰ দাৰ পৰিবৰ্ত্তন হৈ গ'ল। ঘৰৰ অৱস্থা দেখি সোণটি বাইদেৱে খুব কান্দিলে, বৌৱে মনে মনে ভাবিলে, ইঃ নেদেখিছা! পুৰনি লেতেৰা পৰ্দ্দা গুচি নতুন পৰ্দ্দা উৰিল দুৱাৰত, মকৰা-জাল নোহোৱা হৈ গ'ল, দেউতাৰ কাৰণে ভিনিহীয়ে এসোপা ফল লৈ আহিল বজাৰৰ পৰা। দেউতাৰ কাৰণে সদাই সৰু মাছ অনাৰ ব্যৱস্থা কৰি দিলে সোণটি বাইদেৱে, চকুৰ অসুখত হেনো সৰু মাছ বৰ উপকাৰী। বৌৰ মুখত যেন কোনোবাই চুণ ঘঁহি দিলে···

দুঃসংবাদ বহন কৰি আনিলে ৰঞ্জনে। ধনৰ অৱস্থা অত্যন্ত ভয় লগা। যাকে ওচৰত পাইছে তাকে সি মাৰিছে, ডাক্তৰৰ মূৰ ফাটি গৈছে তাৰ উৎপাতত। দেউতাই নিঃশব্দে বিছনা গ্ৰহন কৰিলে, ভিনীহিয়ে খেলাৰ খবৰ এৰিলে, সোণটি বাইদেৱে আকৌ কান্দিব আৰম্ভ কৰিলে।

"আমাৰ কপালত দুখহে মাথোঁ আছে।"

"পেছিমিষ্টি হৈ কোনো লাভ নাই"; যতিবাবুৱে বুজাবৰ চেষ্টা কৰিলে।

নিঃশব্দ ভাৱে ৰাতিৰ প্ৰহৰবোৰ পাৰ হ'ব ধৰিলে। অস্বস্তি ভাঙিবলৈ ভিনীহিয়ে তেওঁৰ ভ্ৰমণ-কাহিনী ক'ব আৰম্ভ কৰিলে। অজন্তা আৰু ইলোৰাৰ বিচিত্ৰ কাহিনী। কিছু সময় পিছতেই পৰিস্থিতি কিছু সহনীয় হৈ উঠিল। নিখিলে একো নামাতিলে, ৰঞ্জনে একো নক'লে। নিখিলৰ লগত কথা-বাৰ্ত্তা ৰঞ্জনে যেন বন্ধই কৰিব খোজে, এনেকুৱা এটা ধাৰণা হ'ল তাৰ। "তোৰ কাণ্ড-কাৰখানা মই সকলো শুনি আহিছোঁ", ৰঞ্জনে ক'লে, "ব্লু-বে'লৰ লগত তই কি কৰিছিলি?" অপৰাধীৰ দৰে নিখিলে মূৰ নত কৰিলে। ধনৰ অৱস্থা বাৰে বাৰে সকলোৰে মনলৈ আহিছে। হঠাৎ ভিনীহিয়ে অনুভৱ কৰিলে, কোনেও মন দি তেওঁৰ কথা শুনা নাই। সোণটি বাইদেৱে তেতিয়াও উচুপি উচুপি কান্দিব ধৰিছে, বৌৱে এটা বেঁকা চাৱনিৰে নতুন পৰ্দ্দাখনলৈ চাই আছে অলপ অসন্তুষ্ট-ভাৱে, ৰঞ্জন আৰু নিখিলৰ মুখত দুটা শত্ৰুৰ ভঙ্গী, যতিবাবুৱে কান পাতি দেউতাৰ কোঠাৰ পৰা যেন কিবা এটা শব্দ শুনিবৰ চেষ্টা কৰিছে।

হয়তো দেউতাৰ কাৰণে যতিবাবুৱে বেদনা অনুভৱ কৰিছে।

ভিনীহিয়ে হঠাৎ তেওঁৰ বক্তৃতা বন্ধ কৰি দিলে।

"তাৰ পিছত, তাৰ পিছত ?"

"নাই—আজি আৰু থাকক।"

কোনেও আপত্তি নজনালে। অস্বস্তিকৰ নীৰৱতাত সময় পাৰ হ'ল।

"ৰঞ্জন ককাইদেউ, এটা এক্সট্ৰা কৰি দিয়া না—"

মাখনে প্ৰায় ফিৰ্ চিফাই ক'লে, যেন পৰিস্থিতিটো লক্ষ্য কৰিয়েই। মনৰ জোখাৰে এটা কাম পাই ৰঞ্জন যেন ৰক্ষা পৰিল, সি মাখনৰ জ্যামিতিৰ মাজত মগ্ন হৈ পৰিল।

"দেউতাৰ যে কি অৱস্থা হ'ব।" নীৰৱতা ভঙ্গ কৰি চকু মচি মচি সোণটি বাইদেৱে ক'লে।

"এৰা, ভাবিলেই বেয়া লাগে।" ভিনীহিয়ে এটা হুমুনিয়াহ এৰিলে, "কোনো নাই ভালকৈ যত্ন লওঁতা—এই বুঢ়া বয়সত"—

বৌক কথাটোৱে আঘাত কৰিলে। সৰলভাৱে কথাটো কৈ উঠি ভিনীহিয়ে বুজিলে তেওঁ অন্যায় কৰিলে, তেওঁৰ নিজৰ ওপৰতে খং উঠিল।

বৌ আৰু সোণটি বাইদেৱে এটা দ্ৰুত দৃষ্টি-বিনিময় কৰিলে। নিখিল আৰু ৰঞ্জন দুয়োৰে কথাটো ভাল নালাগিল।

"কনটৌৱেও এইখনহে কৰিবলৈ পালে।" সোণটি বাইদেৱে ক্ষোভেৰে ক'লে, "আমাৰ মাটিডোখৰতো সিহঁতে হেনো গণ্ডগোল লগাইছে, দেউতাই আজি কৈছিলে, তাৰ খেতিয়কবোৰে আমাৰ ধান দিয়া বন্ধ কৰিছে।"

"তাততো পৰহিৰে পৰা ডিষ্টাৰ্ব্ড্ এৰিয়া ঘোষণা কৰিছে", একো কবলৈ নাপাই ভিনীহিয়ে ক'লে।

"তাত ফুল্-ফ্লেজেড্ টেৰ'ৰিজ্ম্ চলিছে।" যোগ দিলে যতিবাবুৱে, "জমিদাৰৰ ঘৰত জুই লগাই দিছে, চহকী মানুহৰ ধানৰ ভৰাল লুট কৰা হৈছে—"

"আপোনালোকৰেই তো কাম", নিখিলে ক'লে।

"আমাৰ নহয়, কমিউনিষ্টে সেইবোৰ নকৰে। সাম্যবাদ আৰু সন্ত্ৰাসবাদ একে নহয়।"

কিছু সময় নীৰৱতা।

"যি দুটা ধান পাইছিলো, সিও গ'ল", বৌৱে ক'লে।

"কনটৌৱে দেউতাক এই বুঢ়া বয়সত—" ভিনীহি হঠাৎ ৰৈ গ'ল।

"দেউতাহঁত স্বাৰ্থপৰ," নিখিলৰ মুখৰপৰা ওলাই পৰিল অকস্মাৎ, "ধান গৈছে, তাৰ বাবে কি হৈছে! যোৱা বস্তু যাব দিবই লাগিব।"



সকলো আচৰিত হৈ গ'ল নিখিলৰ মুখত এই কথা শুনি। সোণটি বাইদেউৰ খং উঠিল।

"ঘৰখন কেনেকৈ চলে কেতিয়াবা ভাবি চাইছ ? তয়ো তাকেই কৰ ?"

"ফৰ গ্ৰেটাৰ ইণ্টাৰেষ্ট—"

"ফৰ গ্ৰেটাৰ ইণ্টাৰেষ্ট্, হা।" যতিবাবুৱে লাহে লাহে কলে, "কিন্তু কনহঁতে যি কৰিছে তাক আমি সন্ত্ৰাসবাদ বোলোঁ।"

নিখিল আৰু যতিবাবু দুয়োৰে ওপৰত ৰঞ্জন জলি উঠিল।

"সমাজ-ব্যৱস্থাৰ কি অৱস্থাত তোৰ দেউতাৰাই অতিকষ্টে মানুহ হবলৈ চেষ্টা কৰিছিল ? যতিবাবু আপুনিয়ে কয়, সেই সময়ত আছিল বৃটিছ-সাম্ৰাজ্যবাদৰ প্ৰবল শোষন! জীৱন, খোৱা, থকাৰ কোনো নিশ্চয়তা, কোনো আশ্বাসেই তেতিয়া তেখেতসকলক সমাজ-ব্যৱস্থাই দিব পৰা নাছিলে। তাৰ মাজত কঠোৰ সংগ্ৰাম কৰি জীৱন-নিৰ্বাহৰ উপায় তেখেতসকলে উলিয়াইছিল। আজি যদি সেই উপায়, সেই এটুকুৰা মাটি, অলপমান ধান, হাতৰ পৰা গুচি যায়, তাৰ বাবে দুঃখিত নহবনে মানুহ? প্ৰইভেট প্ৰ'পাৰ্টিৰ ওপৰত থকা মোহৰ কাৰনে কি তেখেতসকল দায়ী ?"

যতিবাবু আৰু নিখিলে মুখ চোৱা-চুই কৰিলে।

"পুৰনি জেনেৰেখ্যনক কন্‌ভিন্স্‌ড্ কৰিব নোৱাৰা কাৰনে আপোনালোক দায়ী হয় নে নহয় ?"

যতিবাবুৱে একো নামাতিলে।

"সন্ত্ৰাসবাদৰ বিষয়ে কন্‌ভিন্স্‌ড্ কৰিব যতিবাবুৱে ?" কিয় জানো ভিনীহিয়ে ব্যঙ্গোক্তি কৰিলে। সকলো আচৰিত হৈ গ'ল। ফুটবল-ক্ৰিকেটৰ পৰা ৰাজনীতিলৈ এটা বিৰাট জাঁপ।

"তেওঁলোকে বিচাৰে সাম্যবাদহে"—বৌৱে সুবুজাৰ দৰে ক'লে।

"দস্তুৰমত," যতিবাবু অলপ ক্ৰুদ্ধ হৈ উঠিল, "কনহঁতে ইয়াক টেৰ'ৰিজ্ম্ কয়নে নকয় ? কি বোলে সিহঁতে ?"

"পাৰ্টিছান্ ৱাৰ্ ফেয়াৰ্," ৰঞ্জনে কলে।

যতিবাবু ৰ'ল। তেওঁ নতুনকৈ তেওঁৰ তত্ত্বৰ ভাণ্ডাৰটো খেপিয়াই চালে।

"যতিবাবু কমিউনিষ্ট নেকি ?" সোণটি বাইদেৱে ইমান সময়ৰ পিছত হঠাৎ আচৰিত হৈ প্ৰশ্ন কৰিলে। যতিবাবু স্বীকাৰ কৰাৰ ভঙ্গীত মনে মনে থাকিল।

"মোৰ কিন্তু ধাৰনা" ৰঞ্জনে কলে, "আজি চাৰিও পিনে দেশৰ যি অৱস্থা, তালৈ চাই আজি কমিউনিষ্ট হ'লে হয় জেলত থাকিব লাগিব, নহয় আণ্ডাৰগ্ৰাউণ্ডলৈ যাব লাগিব।"

যতিবাবুৰ মুখত যেন কোনোবাই এটা চৰ মাৰিলে। অস্বস্তিৰ ভঙ্গীত ভিনীহিয়ে গা জোকাৰি বহিল। বৌৱে ঠিক নুবুজিলে, সোণটি বাইদেৱে অলপ সহানুভূতিসূচকভাৱে হাঁহাৰ চেষ্টা কৰিলে। যতিবাবুৰ ভণ্ডামি যেন ৰঞ্জনে সম্পূৰ্ণ প্ৰকাশ কৰি দিলে, এনেকুৱা এটা ধাৰণা হ'ল নিখিলৰ, কথাটো কৈ উঠি ৰঞ্জনৰ বেয়া লাগিল।

এটা অত্যন্ত অস্বস্তিকৰ নীৰৱতাত কোঠাটো ভৰি গ'ল। তাৰে অন্ত ঘটাবলৈয়ে যেন বিজুলী-তাঁৰৰ লাইনত ক'ৰবাত গণ্ডগোল ঘটিল, লাইটটো নুমাই গ'ল। আন্ধাৰ কোঠাত দেউতাই কথাটো গম নাপালে। সোণটি বাইদেউৰ কোলাৰ কেঁচুৱাটোৱে কান্দি উঠিল, ভিনীহিৰ গাত লাগি তামোলৰ বটাটো মাটিত সশব্দে পৰি গ'ল।

"এই লাইটডালো এটা আপদ—।" বিৰক্তিৰ সুৰত সোণটি বাইদেৱে ক'লে।

"এৰা, বৰ দিগ্‌দাৰ দিয়ে মাজে মাজে" বৌৱে কলে।

বিমলাই লেম এটা জলাই দি গ'ল।

"এনেকুৱা হয় কেলেই ?" ভিনীহিয়ে ৰঞ্জনক সুধিলে।

"ইলেকট্ৰন-প্ৰবাহ বন্ধ হয় কাৰনে", ৰঞ্জনে কথাটো জটিল কৰাৰ চেষ্টা কৰিলে।

"খুব বুজিলো", ভিনীহিয়ে কলে।

"তোৰ ইলেকট্ৰন জহন্নামে যাওক," নিখিলে ক'লে।

"লাইটটো ঠিক কৰি দিব পৰাহেঁতেন বুজিলোহেঁতেন," সোণটিবাইদেৱে ক'লে, "কিটো পঢ়িলা তুমি ?"

"থিয়ৰিটিকেল ফিজিক্স্"— নিখিলে ঠাট্টাৰ সুৰত কলে।

"মোৰ থিয়ৰি তোৰ প্ৰেকৃটিচতকৈ বহুত ভাল।"

কথাৰ সুৰত সোণটি বাইদেউ আৰু ভিনিহী দুয়োৰে সন্দেহ হ'ল। নিখিলৰ প্ৰেকৃটিচ্ কি বাৰু ? দুয়ো দুয়োৰে মুখলৈ চালে।

"ইলেকট্ৰনক জহন্নামে পঠোৱা তইঁতৰ মুখতেই শুৱায়। নিজেতো জহন্নামে গৈছই।"



"কি হৈছে ? কথাটো কি ?" ভিনীহিয়ে সুধিলে। সোণটি বাইদেউ উদগ্ৰীৱ হৈ উঠিল। বৌ বুদ্ধিমতী, কোনো আগ্ৰহ প্ৰকাশ নকৰিলে।

"একো নহয় একো নহয়", ৰঞ্জনে লৰালৰিকৈ কথা ঘূৰাবৰ চেষ্টা কৰিলে, "জহন্নামে যোৱা নাই কোন ?" এৰা, জহন্নামে যোৱা নাই কোন, সোণটি বাইদেৱে ভাৱিলে। আজি অনিমা আহিছিল। পুৰণি কলেজীয়া বন্ধু অনিমা মজুমদাৰ। আজিকালি ৰেডিঅ'ত গান গায়, ব'টানীৰ অধ্যাপিকা। কেনেকুৱা যেন 'চিনিকেল' হৈ গৈছে অনিমা। এতিয়াও বিয়া হোৱা নাই। আগতকৈ সৰলতা বহুখিনি গুচিছে, সেই উৎসাহ, ভাবপ্ৰৱণতা আৰু চাঞ্চল্যও যেন নাই। বহুদিনৰ মূৰত সহপাঠিনীক পাই কিমান যে ভাল লাগিছিল। ভাবিছিল, ফিডিং-বটল আৰু অয়ল্‌-ক্লথৰ জীৱনৰ মাজৰ পৰা কিছুসময়ৰ বাবে গুচি যাব অতীতৰ দিনবোৰলৈ। কিন্তু—

যতিবাবুৱে বিদায় লব খুজিলে। কৰুণাবাবুৰ খবৰ লবলৈ যাব লাগিব। তেওঁৰ এজমাৰ বিষটো আকৌ বাঢ়িছে।

"বহাঁচোন আৰু কিছুপৰ—" বৌৱে ক'লে।

যতিবাবুৰ ভাল লগা নাছিল। ইলা-নীলা কোণৰ বিছনাখনত শুই পৰিছে। তাইহঁতলৈ চাই তেওঁ মনে মনে কিবা ভাবিব ধৰিলে। খবৰৰ কাগজত ভিনীহি মগ্ন হৈ পৰিল। কোৰিয়াৰ যুদ্ধত জেট্ চালিত প্লেইনৰ কথা কৈছে কোনোবাই। জেট্-প্ৰপালছন কি ? ৰঞ্জনক সুধিবৰ ইচ্ছা হ'ল, কিন্তু তেওঁ মনে মনেই থাকিল। আজি দুপৰীয়া দেউতায়ো কথাটো সুধিছিলে, তেওঁ কব নোৱাৰিলে। ভিনীহিক কাষত বহুৱাই লৈ দেউতাই আজি দুপৰীয়া খবৰ-কাগজখন পঢ়িছিল। ভিনীহিয়ে বুজিছে, গান্ধীজীৰ মৃত্যুৰ পিছত কংগ্ৰেছখন ৰসাতললৈ গৈছে, দেউতাৰ এয়ে দৃঢ় ধাৰণা। কোৰিয়া আৰু কাশ্মীৰৰ ঘটনাত ইউ-এন-অ'ৰ কামবোৰ তেখেতৰ অলপো ভাল লগা নাই। এইটো দিনে দিনে স্পষ্ট হৈ উঠিছে যে জেনেৰেল এছেম্ব্লীখন আমেৰিকাৰ দখলত। মাৰ্কিনবোৰে কোৰিয়া এৰি নাহে কিয় ? তাৰ মানুহবোৰেতো নিজৰ গণ্ডগোল নিজেই মিটাব পাৰে। ভিনীহিয়ে কৈছিলে, ফাৰ্ ইষ্টৰ মানুহবোৰৰ এটা দাৰুণ ঘৃণা আছে হোৱাইটবোৰৰ প্ৰতি আগৰে পৰা। তেওঁলোকৰ বহু দেশ দেখা কাপ্তেন্ছ্ ছুপাৰিণ্টেণ্ডেন্ট এই সম্পৰ্কে জাপানী বন্দৰ এটাৰ ঘটনা এটা কৈছিলে, সেইটো তেওঁ আজি দেউতাক শুনাইছে··· বেছ চলিছিল কথা-বাৰ্ত্তা কিছু সময়,

কিন্তু বৃদ্ধই হঠাৎ অনুভৱ কৰিলে যে কথা কৈ ভিনীহিয়ে ভাল পোৱা নাই। এটা অভিমানত বৃদ্ধৰ মুখখন সৰু ল'বাৰ দৰে ভৰি পৰিল, বুজিলে তেখেতৰ ঐতিহাসিক প্ৰয়োজনীয়তা হয়তো শেষ হৈ গৈছে, অলপ টোপনি মৰাৰ কথা কৈ ভিনীহিক বিদায় দিলে। ভিনীহিয়ে ৰক্ষা পালে, কিন্তু কথাটো যেন অলপ অলপ অনুভৱো কৰিব পাৰিলে, মনৰ ভিতৰত কাঁইট এডালে বিন্ধিব ধৰিলে—

"নাই, মই আৰু উঠোঁহে। করুণাবাবুৰ খবৰ ল'বলৈ এবাৰ যাবই লাগিব। নবীনৰ মাকৰো এটা খবৰ লোৱা দৰ্কাৰ।"

যতিবাবু যাবলৈ ব্যস্ত হৈ উঠিল।

"নবীনে কি কৰিছে আজিকালি?" সোণটি বাইদেৱে ক'লে।

"সি ৰাস্কেল্ স্পাই—ইন্ফৰ্মাৰ হৈছে," ভিনীহি হঠাৎ ফাটি পৰিল, "আজি নীলাক সি খুব টফি খুৱাইছে, সুধিছিলে, বায়েকক চাবলৈ কণ আহিছে নেকি? ভাগ্যে সি অহা নাই। প্ৰথমতে মই বুজাই নাছিলো, পাছতহে ধৰিব পাৰিলো। ঘৰত মাকৰ যাওঁ যাওঁ অৱস্থা, সি কৰিছে এইখন।"

"কি কৰিব বেচেৰাই, যি তলি ফুটা অবস্থা সিহঁতৰ, তাতে মাকৰ এই টান—", নিখিলে যেন নবীনৰ হৈ ওকালতি কৰিব খুজিলে, "ইকনমিক কণ্ডিশ্যন্ যেনেকুৱা বেয়া—"

যতিবাবুৱে কৈ উঠিল, "ধনতন্ত্ৰই মানুহবোৰক এনেকৈয়ে নষ্ট কৰে। ভাবি চাওক নবীন পাড়াৰেই ল'ৰা, আপনালোকৰ কিমান দিনৰ বন্ধু, চিনা-জনা—"

হঠাৎ কুণ্ঠিতভাৱে যতিবাবু বৈ গ'ল। অত্যন্ত নিৰ্লজ্জ যেন বোধ হ'ল নিজকে।

সৰু ছোৱালীজনীক লৈ এইবোৰ কিয়। সোণটি বাইদেৱে নবীনক মনৰ ইচ্ছাৰে গালি পাৰিলে, বৌৱেও খণ্ডতে দু-আষাৰ কৈ পেলালে। সৰু ছোৱালীজনীৰ ওপৰত এই ভাব দেখি নিখিল মৰ্ম্মাহত হ'ল। যতি বাবুৱে এদিন ব্যক্তি-স্বাধীনতা আৰু স্বাধীন ভাৰতত তাৰ অভাবৰ বিষয়ে কৈছিলে, মনত পৰিল। সৰু কেঁচুৱা এটাই পৃথিবীত জন্মগ্ৰহণ কৰিলে, আমাৰ গ্ৰহটোলৈ নতুন এটা মানৱ-শিশু আহিল। ভাবি চোৱা, কিমানখিনি তিক্ততাৰ মাজেৰে শিশুটো বাঢ়ি উঠিব। কিছুমান দানৱে গ্ৰহটো কৰায়ত্ত কৰি বহি আছে—শকুনিৰ দৰে সিহঁতৰ তীক্ষ্ণ-দৃষ্টি সকলোৰে ওপৰত প্ৰসাৰিত। নিজৰ বাঢ়ি-অহা ছাঁলৈ সন্দেহেৰে চাই চাই শিশুটো এই সুন্দৰ পৃথিবীত ডাঙৰ হৈ উঠিব, চাৰিও পিনে পৰিব সন্দেহ আৰু সংশয়, অবিশ্বাস আৰু ঘৃণাৰ ক'লা ক'লা ছাঁবোৰ—



ইলা-নীলাৰ সৰল কোমল মুখ দুখনিৰ ওপৰতো কি সন্দেহ আৰু ঘৃণাৰ ছাঁয়াপাত হ'ব?

যতিবাবু গুচি গ'ল। তেওঁৰ মনটো ভাল লগা নাই। 'পাৰ্টিছান ৱাৰফেয়াৰ' কথাটো ৰঞ্জনৰ দৰে মানুহ এটাক কোনে বুজালে? লেনিন পঢ়ে বা পঢ়ি বুজে জানো ৰঞ্জনে? দেউতাৰ এন্ধাৰ কোঠাটোৰ পিনে দৃষ্টি পৰিল। বুৰ্জোৱা প্ৰচাৰ-কাৰ্য্যৰ 'ভিৰ্ক্টিম্' বৃদ্ধ নিদ্ৰামগ্ন। নতুন জেনেৰেশ্যনৰ প্ৰতি বৃদ্ধৰ অসন্তোষ রুদ্ধ হৈ আছে মনত, অথচ চলন্তি সমাজ-ব্যৱস্থাই তেখেতক কি দিছে? এৱা, সৰল, সজ এই বৃদ্ধক, এই পুৰণি জেনেৰেশ্যনক, এটা মূল্যবান ally হিচাবে নোপোৱাৰ বাবে কোন দায়ী? কূট প্ৰচাৰযন্ত্ৰৰ পাকলৈ কোনে তেখেতসকলক নিৰ্ব্বিকাৰভাৱে সোমাই যোৱা চাই আছে?…অথচ, অথচ প্ৰচাৰকাৰ্য্যৰ সুবিধাইবা বামপন্থীসকলৰ ক'ত? ফেচিষ্ট্ চৰকাৰেতো অলপো সুবিধা নিদিয়ে! কণহঁতে কয়, টন টন প্ৰচাৰ-পত্ৰতকৈ আজি এটা action, এটা সংঘাত বেছি কাৰ্য্যকৰী, প্ৰচাৰৰ কোনো সুবিধাই যেতিয়া নাই। কিন্তু কণ বিৰুদ্ধ দলৰ মানুহ। ৰাজনৈতিক কুসংস্কাৰৰ পাক-চক্ৰত যতিবাবুৰ চিন্তাধাৰা জটিলৰ পৰা জটিলতৰ হৈ পৰিল…

"সংঘাতে চিন্তাক মুক্তি দিয়ে—'Action releases thought from its blind alleys and vicious circles…' সিহঁতে কয়। তথাপি সন্ত্ৰাসবাদ এটা ঘৃণ্য বস্তু। একশ্যন্…একশ্যন্ মানে কি সন্ত্ৰাসবাদ?"

ভিনীহি কাষে কাষে আহিছিল, ক'লে, "আমাৰ মানুহবোৰে সদায় মাৰ খায়েই আহিছিল। কণহঁতে কৈছে, এইবাৰ দেখুৱাই দিয়াৰ সময়, মানুহবোৰেও ওলোটাই আঘাত দিব পাৰে। তেজৰ সলনি তেজৰ পলিচি। মানুহবোৰৰ অলসতা আৰু ইনাৰ্চিয়া ভঙাৰ দৰ্কাৰ হৈ পৰিছে।"

"বেঙ্ক লুট কৰা হ'ল, ধানৰ ভঁৰাল লুট কৰা হ'ল, তাৰ পৰা মানুহবোৰৰ ইনাৰ্চিয়া গুচিল?"

নিখিলে এই জটিলতাৰ পৰা মূল কথাটো বুজিবৰ চেষ্টা কৰিছে। গ্যেটেৰ কথা হঠাৎ তাৰ মনত পৰিল—। সকলোকে আচৰিত কৰি দি সি হঠাৎ চিঞৰি উঠিল,

**"In the beginning was the act"**

সকলোতকৈ বেছি অবাক হ'ল ৰঞ্জন। ব্লু-বেলৰ লগত নিখিলৰ ঘটনাটোৰ চাপ এতিয়াও তাৰ মনৰ পৰা গুচা নাই। বৌ, নিখিলৰ দেউতাক, ভিনীহি, সোণটি

বাইদেউ আৰু নবীনৰ কথাই তাৰ মুৰ ঘূৰাই দিছে। সকলোৰে পৰা যেন স্বস্থতা অবলুপ্ত হৈছে, সকলোৱে সকলো ধৰণৰ কথাত অনিচ্ছাকৃতভাৱে হ'লেও জড়িত হৈ পৰিছে। অদ্ভুত কথা ওলাইছে অদ্ভুত মুখৰ পৰা। বেঙ্ক কিয় ফেল্ হয়, যতিবাবুৰ পৰা শুনিবলৈ সিও বাধ্য হৈছে। ধন, কণ আৰু অনিমা, মাখনীৰ কথাই তাৰ চিন্তাধাৰাত বিশৃঙ্খলাৰ সৃষ্টি কৰিছে। অস্থিৰতা, ভাঙন আৰু অনিশ্চয়তা। সূৰ্য্যটো মৰিব ধৰিছে, নিখিলৰ দেউতাক মৰিব ধৰিছে। গাখীৰৰ ছচ্‌পেনটোৰ পৰা ভাপ হৈ ফ্লুইডবোৰ গুচি গৈছে, ৰেডিয়ামৰ পৰা স্বতঃস্ফূৰ্ত্তভাৱে প্ৰতিক্ষণে আল্‌ফা-কণিকা বিচ্ছুৰিত হৈছে, ৰেডিঅ'টোৰ ভালভ্‌ত গ্ৰীডৰ ভিতৰেদি অশান্ত ইলেক্ট্ৰন ছিটিকি গৈছে। কাৰো ক'তো একো নিশ্চয়তা নাই, কণিকাৰ পৰা তৰঙ্গ আৰু তৰঙ্গৰ পৰা তাৰ পিছতেই কণিকা; এটা অৰাজক অৱস্থা যেন সকলোতে পৰিস্ফুট···মানুহবোৰ বিদ্ৰোহী, অশান্ত, আইন-নমনা; Potential অৰ দেৱাল নামানি বিদ্যুৎ-কণিকাই আইনভঙ্গ কৰিছে, ডেল্টা-ফাঙ্কশ্যন্ লৈ গণিতৰ আইনভঙ্গ কৰিছে ডিৰাকে···

"ৰঞ্জন ঘৰলৈ নোযাৱা নেকি? ৰাতি হৈ আহিছে।"

"যামগৈ অলপ পিছত। ঘৰত গৈ কিটো কৰিমগৈ?"

"পঢ়া-শুনা কেনে হৈছে? পৰীক্ষাতো—"

"হৈছে একৰকম, সোনকালে ইয়াৰপৰা যাবৰে মন গৈছে। ইয়াত মনটো ভালেই নাথাকে।"

সোণটি বাইদেৱে সহানুভূতিসূচকভাৱে হাঁহিলে।

"মই সোনকালেই যোৱা ঠিক কৰিলো। পৰহিলৈকে যামগৈ।"

"পৰহিলৈ? ইমান লৰালৰি কেলেই? অনিমাহঁতৰ সঙ্গীতানুষ্ঠানটো চাই নোযোৱা জানো? ইলা-নীলাই নাচিব নহয়, বৰকৈ ধৰিছে তেওঁলোকে। অনিমাই হেনো বৰ সুন্দৰ চেতাৰ বজাব পৰা হৈছে—"

"অ, চিলাইথিনিযে মোৰ একোৱেই হোৱা নাই।" বৌৰ মনত পৰিল ইলা-নীলাৰ নাচৰ কাৰণে অনিমাহঁতে তুখন ৰং-বেৰং ছাদৰ সীবলৈ দিছে। "সোণটি, আজি ৰাতিয়েই ছাদৰ তুখন হব লাগিব, তুমি শুশুবা আকৌ।"

"সিহঁতক মই ডাঙৰ হলে উদয়শঙ্কৰৰ দলত ভৰ্ত্তি কৰাই দিম," ভিনীহিয়ে অলপ গৰ্ব্বেৰে ক'লে। সোণটি বাইদেৱে অলপ গৰ্ব্ববোধ কৰিলে, বৌৱে এবাৰ হাঁহিলে। "আটায়ে কয়, এই বয়সতে সিহঁতে এনে সুন্দৰ নাচে।"



ইলা-নীলাৰ বহুপ্ৰশংসিত নাচ চাবলৈ নিখিলৰ মন গ'ল, কিন্তু সঙ্গীতানুষ্ঠানৰ আলোকোজ্জ্বল পৰিবেশটোৰ কথা ভাবি সি সঙ্কুচিত হৈ গ'ল। কোমল কোমল মুখৰ ধুনীয়া ছোৱালী তুজনীয়ে নাচিব, অনিমাই চেতাৰ বজাব ঐক্যতানত, মানুহবোৰে উপভোগ কৰিব, হাঁহিব। উজ্জল পোহৰত হাস্যমুখৰ নৰ-নাৰীবোৰক, বৌক আৰু সোণটি বাইদেউক, ইলা আৰু নীলাক সুন্দৰ আৰু ৰোমাণ্টিক বোধ হব। তাৰ মিউজিকৰ তালে তালে যতিবাবুৱে তেওঁৰ অসহ্য দৃষ্টিভঙ্গীৰে মন্তব্য কৰিব, গিৰিজা শৰ্ম্মাই লোলুপ দৃষ্টিৰে সুবিধা বিচাৰিব, বেৰসিকৰ দৰে সঙ্গীতবোৰক কিছুমান ফুৰিয়াৰ্-তৰঙ্গৰ সমষ্টি বুলি ৰঞ্জণে বুজাবৰ চেষ্টা কৰিব হয়তো। কাষেৰে উঠি অহা বুকুৰে ছোৱালীবোৰ ঘূৰি ফুৰিব, সি নিজে চঞ্চল হৈ উঠিব, তাৰ মগজত 'পৈশাচিক' ভাবধাৰাও হয়তো অহা যোৱা কৰিব। খগেন দাসে টকা যোগাইছে সঙ্গীতানুষ্ঠানৰ, সেই মানুহজনৰ গৰ্ব্বস্ফীত বুকু, মৃদু হাঁহিয়ে 'আৰহাৱা'টো বাৰু কেনেকুৱা কৰি তুলিব?

জন্মাষ্টমীৰ দিনাই নেকি অনুষ্ঠানটো? বৌৱে হিচাব কৰিবৰ চেষ্টা কৰিছে দিনবোৰ। বেছি সময় বৌৱে তাত কটাব নোৱাৰিব, ঘৰত বহুতো কাম পৰি থাকিব, সোনকালে গুচি আহিব লাগিব। কিছুমান নামৰ সুৰ হয়তো মনৰ ভিতৰত অস্পষ্ট বাজিব, শূন্য ঘৰটোত অকলে অকলে কেঁচুৱা কেইটাৰে সৈতে মনটো বাৰে বাৰে সঙ্গীতানুষ্ঠানৰ হাঁহি আৰু পোহৰলৈ গুচি যাব।

(সেয়ে ঘটিছিল। বৌৰ মনটো বৰ বেয়া লাগিছিল, নিখিলৰো। কোনোবাই যেন গাইছিলে: 'আজি এ ৰাতি এ শিলে বৰষিলা—')

"বৰ গৰম লাগিছে পাই, লেমটোৰ বৰ তাপ"—বৌৱে ক'লে।

ৰঞ্জনে ক'লে, "অপব্যয়। বৰ বেছি জ্বলিছে লেমটো।" বৌৱে লেমটো কমাই দিলে।

অলপ ৰৈ সি ক'লে, "মূল কথাটোতে অপব্যয়। তেল পুৰি যিখিনি শক্তিৰ উৎপাদন হয়, আমাৰ পঢ়া-শুনা-দেখাৰ কামত তাৰ শতকৰা দুই ভাগহে আমাৰ কামত আহে। বাকীখিনি নষ্ট হয়, মানে আমাৰ কোনো কামত নাহে। কিমানযে তাপৰ উৎপত্তি হৈছে, দেখিছেই।"

"চায়েঞ্চে কি কৰিছে এই বিষয়ে?" ভিনীহিয়ে সুধিলে।

"তেওঁলোকে তাপ-বিহীন লাইট্-উলিওৱাৰ চেষ্টা কৰিছে। মই ভাবিছো, এই যে এনাৰ্জিৰ বিপুল ক্ষতি, কেনেকৈ এইটো বন্ধ কৰি বা তাক পুনৰ পোহৰলৈ

পৰিবৰ্ত্তিত কৰি দৰ্কাৰী ঠাইত পোহৰ যোগাব পাঁৰো। থিয়ৰিটিকেলি, কথাটো সম্ভৱ। কিয়নো সকলো ধৰণৰ এনাৰ্জিকে—পোহৰ, তাপ, বিদ্যুৎ, চুম্বকত্ব, শব্দ—এটাৰ পৰা অইন এটালৈ পৰিবৰ্ত্তিত কৰিব পাৰি। ভাবক, যদি পাঁৰোঁ। সেইটো কৰিব, কি উজ্জ্বল পোহৰেৰে পৃথিবী ভৰি যাব !”

“ইউটʼপিয়ান”,—নিখিলে কʼলে। কৈ বুজিলে, কথাটো ঠিক নহʼল।

বৌৱে হাঁহি দিলে, সোণটি বাইদেৱে এই সৰু লৰাৰ দৰে কথালৈ কাণেই নকৰিলে। ভিনীহিয়ে অৱশ্যে অলপ আগ্ৰহ দেখুৱালে, কিন্তু মুঠৰ ওপৰত ৰঞ্জন দমি গʼল। যতিবাবুৰ কথাও ৰঞ্জনৰ মনত পৰিল, তেওঁ নিশ্চয় কʼলেহেঁতেন, আজিৰ বৈজ্ঞানিকে কোনো বস্তু আৱিষ্কাৰ কৰি মানুহৰ ভালৰ নিমিত্তে প্ৰয়োগ কৰিব নোৱাৰে। ধনতন্ত্ৰই বৈজ্ঞানিকক পুঁজিৰ ভৃত্যলৈ পৰিণত কৰিছে। ৰেʼজৰ্-ব্লেডৰ পৰা এটম-বোমালৈ সকলোতে পুঁজিপতিৰ কৰ্ত্তৃত্ব। শত-সহস্ৰ লুমেন্ আলোক বাৰু আপুনি দিবই পৰা হʼল, কিন্তু কোনে আপোনাক সেই প্ৰচেচ্ খটুৱাবলৈ দিব পৃথিবীত ?

এটা কাৰণ বিচাৰি নোপোৱা বিৰক্তিত ৰঞ্জনে বিদায় ললে। বৌৰ ভাত প্ৰায় হৈছে, মইনাহঁত খাবলৈ উঠিব এতিয়াই, তাক খাই যাবলৈ কোৱাৰ আগেয়ে গুচি যোৱাই ভাল হʼব। সোণটি বাইদেউৰ লাহে লাহে টোপনি আহিল চকীতে, ভিনীহিয়ে এটা দীঘল হামি কাঢ়িলে, নিখিল বাহিৰলৈ ওলাই গʼল। সোমাই আহি বৌৱে দেখিলে সোণটি টোপনি গৈছে, কেঁচুৱাটোৰ গাখীৰ বটলতে পৰি আছে, এটা জনহীন ঘৰৰ দৰে নিস্তব্ধতা, এটা কথা নাই, এটা শব্দ নাই, বতাহ আহিছে, পৰ্দ্দাবোৰ কঁপিছে। বৌৰ মুখৰ দৃষ্টি কোমল হৈ গʼল, সোণটিৰ কেচুৱাটো কোলাত লৈ বৌৱে গাখীৰ খুৱাব আৰম্ভ কৰিলে···

কেইবাদিনমো পিছত যেতিয়া তাৰ পুৱা টোপনি ভাঙিল, সি আচৰিত হʼল, তাৰ গালত সোণটি বাইদেউৰ কোমল হাতৰ পৰশ পৰিছে। ৰেডিঅʼবোৰ আজি বন্ধ কিয়, সি আৰু আচৰিত হʼল। উঠি দেখিলে, চাহৰ টেবুলত ৰঞ্জন আৰু



ভিনীহিয়ে বহি হাঁহিব ধৰিছে, বৌৱে হাঁহিছে, সোণটি বাইদেৱে হাঁহিছে। ৰঞ্জনে দেখুৱালে, মেছৰ ৰেডিঅʼটো এখন বিস্মাত বোজাই কৰি গিৰিজা শৰ্ম্মা যাব ধৰিছে। এটা কলিং-বেʼলৰ দৰে বস্তু ফেনৰ প্লাগত ফিট্ কৰা, ঘৰ্ ঘৰ্ শব্দ হৈছে।

“দোকানলৈ ভাল কৰিবলৈ নিছে,” ৰঞ্জনে হাঁহি হাঁহি কʼলে, “দোকানৰ মানুহবোৰৰ মুখৰ অৱস্থা চাবৰ মন গৈছে। কোনো মতেই ভাল কৰিব নোৱাৰিব—ৰেডিঅʼততো আৰু একো বেয়া হোৱা নাই। গোলমাল ইয়াতে। এইটো ‘বাজাৰ্’ লগাই দিছো, দেখিছ ? ইয়াৰ ঘট্ ঘট্ শব্দই সিহঁতৰ ৰেডিঅʼত গোলমাল কৰিছে। বেচেৰাহঁতে বুজাই নাই।”

“তোমাৰো যে কাণ্ডবোৰ !”

“ঠিকেই হৈছে। বৈজ্ঞানিক ভাৱে সিহঁতক জব্দ কৰিছোঁ। পৰীক্ষাৰ পঢ়া পঢ়িবৰ উপায় নাই সিহঁতৰ উৎপাতৰ পাড়াৰ লৰা-ছোৱালীবোৰৰ।”

‘বাজাৰ্’টো কি বস্তু, কি কাম কৰে, বুজিবলৈ নিখিলৰ ইচ্ছা নহʼল, সিও হাঁহিটোত যোগ দিলে।

“চাহলৈ দেৰি আছে নেকি ? মই শ্বেভ্ কৰি লওঁ তেনেহলে।”

ভিনীহিৰ শ্বেভিং-ছেটটো লৈ নিজৰ বস্তু এটা ব্যৱহাৰ কৰাৰ দৰে ৰঞ্জন বহি গʼল।

“মোৰ শ্বেভিং-ছেটটোৰ ৰাষ্ট্ৰীয়কৰণ হৈ গʼল নেকি ?”

যতিবাবু সোমাব ধৰিছিল, কিন্তু ঠাট্টাটো তেওঁৰ গাত নালাগিল। তেওঁ জোৰেৰে হাঁহি দিলে।

“এইটো কিহৰ শব্দ ?” যতি বাবুৱে সুধিলে।

“সঙ্গীতানুষ্ঠানৰ ৰিহাৰ্চেল্। ইলা-নীলাৰ নাচটোৰ অৰ্কেষ্ট্ৰা।” সোণটি বাইদেৱে মুখত হাঁহি ফুটাই কʼলে, “সিহঁতক পুৱাই লৈ গৈছে অনিমাই।”

ঐক্যতান আহিছে কাষৰ ঘৰৰ পৰা। এইটো দ্বিতীয় সঙ্গীতানুষ্ঠান। প্ৰথম-বাৰৰটোত ইলা-নীলাই অভূতপূৰ্ব্ব সাফল্য লাভ কৰিছে।

নলিনী ডাক্তৰ আহি ওলাল। চাহ খোৱা আৰু নহʼল। সকলোৱে দেউতাৰ কোঠা পালেগৈ। ডাক্তৰৰ ৰক্তচাপ জোখা যন্ত্ৰত পাৰাস্তম্ভ দ্ৰুতবেগে ওপৰলৈ উঠি গʼল।

ভয়চকিত দৃষ্টি নামিল আটাইৰে মুখত। নলিনী ডাক্তৰে অভয় দিলে, কʼলে, “আপুনি কম্প্লিট্ ৰেষ্ট লওক। অতবোৰ মানুহ আছে ঘৰত।” বৃদ্ধৰ মুখৰ পৰা কেইবাৰমান কাহ ওলাল।

"এৰা, মোৰ বেছি দৰ্কাৰ।" বৌৰ পিনে তেখেতৰ দৃষ্টি পৰিল। কিবা এটা তেখেতে ভাবিলে।

নলিনী ডাক্তৰ গুচি গ'ল। সকলো ওলাই গ'ল, মইনাক তেখেতে পিছতে মাতিলে। "বোৱাৰীৰো অলপ বেছি দৰ্কাৰ। দিনটো অতবোৰ লৰা ছোৱালী লৈ কিমান খাটিব? সম্প্ৰতি তই এবাৰ নলিনীৰ ওচৰলৈকে যা। কিবা টনিক-চনিক এটাকে দিব।" দুৱাৰৰ বাহিৰত বৌৱে হঠাৎ কান্দি পেলালে সকলোৰে অলক্ষিতে। সিটো কোঠাত সোণটি বাইদেৱে মুখৰ ভিতৰতে ক'লে, "দেউতাযে ইমান সৰল। বাহিৰৰ পৰা বস্তুবোৰ যেনে দেখে তেনে বুলিয়েই ধৰি লয়।"...

অলপ আগৰ ঝল্‌মল্ অৱস্থাটো আৰু সম্পূৰ্ণভাৱে তেনেদৰে নাথাকিল। ইতিমধ্যেই তাত এটা ক'লা ছাঁ পৰি গৈছে। চাহৰ টেবুলত আকৌ মানুহ বহিল, বৌ পাকঘৰলৈ গ'ল। ৰঞ্জনে হঠাৎ এটা জাপ মাৰিলে। খট্‌খটি বগাবলৈ কণুৱে চেষ্টা কৰিছে, ওখ খাপটোৰ ওপৰলৈ এখন ভৰি সি তুলিব পৰা নাই, বাৰে বাৰে অকৃতকাৰ্য্য হৈছে। ৰঞ্জন তাৰ ওচৰ পালেগৈ, এক মুহূৰ্ত্ত লক্ষ্য কৰিলে, কণুৱে তাৰ প্ৰচেষ্টা এৰি দিবৰ যেন ঠিক কৰিছে। নতুনকৈ যেন টোপনিৰ পৰা নিখিলে সাৰ পালে, সিও এটা জঁাপ মাৰিলে। কণুৰ ভৰিখন তুলি দিলে সি।

ওপৰলৈ উঠাটো এতিয়া অত্যন্ত সহজ হৈ পৰিল। দ্ৰুতবেগে কণুৱে এখনৰ পিছত ইখন খটখটি বগাই উঠি গ'ল—এখাপ, দুখাপ···অৱশেষত একেবাৰে ওপৰত ভৰি দিলে।

প্ৰতিবেশীৰ ঘৰৰ ঐক্যতানৰ সুৰ সৰ্ব্বোচ্চলৈ উঠিল। পাকঘৰৰ পৰা বৌ আৰু সোণটি বাইদেউ ওলাই আহিল। বৌৰ চকুত এতিয়াও মুচি পেলোৱা চকু-পানীৰ দাগ, নিখিলে লক্ষ্য কৰিলে। সি কৃতকাৰ্য্যতাৰ মুখলৈ সি ঠেলি দিয়া কণুলৈ চালে, শুনিলে তাৰ মুখত বিজয়ৰ হাঁহি, শুনিলে ঐক্যতানৰ ক্লাইমেক্স্। মুখত এটা হাঁহি সি টানি আনিলে অন্তৰৰ পৰা, ৰঞ্জনক হাতত ধৰি আনি টেবুলত বহুৱাই দিলে। বৌ আৰু সোণটি বাইদেউক তাৰ কিবা এটা কবৰ মন গ'ল।

"Give us this day our daily bread," সি ক'লে।

---

# জ্যামিতি

( এটা স্থূল গল্প )

( পণ্ডিতৰ মুখৰ বিষ :'......What, then, is the relation between Geometry and the laws of nature ?'
—The Physical Nature of the Universe : J. W. N. Sullivan.)

"'ক'ই 'খ'ৰ প্ৰেমত পৰিছে............"

প্ৰায় দুমাহ আগৰ কথা। কলেজৰ ইণ্টাৰমেডিয়েট পৰীক্ষা ওচৰ চাপিছে। চাৰিআলিৰ মুখত থিয় হৈ বিষন্নমুখে 'ক'ই বন্ধু 'গ'ৰ লগত ৰাস্তাৰ মানুহ গণনা কৰিছিল। দুয়োৰে পঢ়া-শুনা ভাল হোৱা নাই, হয়তো দুয়ো ফেল কৰিব। 'ক'ই কৈছিল—'মনটো আজি বৰ বেয়া লাগিছে ভাই। অঙ্কৰখন একৰকম হৈ যাব, কিন্তু ইংৰাজীততো শূন্য পালেও যথেষ্ট।' 'গ'ই কৈছিল—'তোৰতো তথাপি শূন্য পোৱাৰ আশা আছে। মই বিয়োগ সংখ্যা এটা পোৱাৰো আশা নাই। ফেল কৰিলে মোৰ আৰু পঢ়া নহব—জানইতো সকলো কথা। কিমান দিনৰ কিমান ইচ্ছা আকাঙ্খা, কিমান ধৰণৰ প্লেন, সকলো শেষ। জীৱনটো কোন সোঁতেৰে বৈ যাব, কব নোৱাৰোঁ। বিশাল পৃথিবীৰ অগণন জনতাৰ মাজত মই হেৰাই যাম হয়তো। হয়তো তয়ো মোক পাহৰি পেলাবি। বন্ধুসকলে, জীৱনত সফলতা লাভ কৰা ভাগ্যবানসকলে পাহৰি যাব 'গ' নামেৰে এজন মানুহ আছিল— ; খুব স্বাভাৱিক। সংসাৰৰ এই বিশাল জনাৰণ্যত—মেট্ৰিকত আমি সেইটো কি কবিতা পঢ়িছিলো অ'?'

"ধূলিকণা মই"।

'ঠিক। পৰীক্ষাত তাৰ সাৰাংশটো লিখা যেনো মনত পৰিছে—মই এটা তুচ্ছ, ক্ষুদ্ৰ ধূলিকণা, মই মৰি গ'লে পৃথিবীৰ অকনো পৰিবৰ্ত্তন নহয়, কাৰো বিন্দুমাত্ৰও ক্ষতি নহয়—, এৰা। আমি জ্যামিতিৰ বিন্দু,—স্থিতি আছে, অৰ্থাৎ কোনো মতে জীয়াই আছো। হামড্ৰাম্ জীৱন। কোনোপিনে আজিলৈকে একোকে কৰিব নোৱাৰিলো, পৰাৰ আশাও নাই। স্থিতি আছে। বিস্তাৰ নাই। বিন্দু।'

মাজে মাজে গুরুভাৰ কথা কৈ, কবিত্ব কৰি, বেচ্ ভাল লাগে। 'ক' আৰু 'গ'য়ো তাকেই কৰিছিল। বিন্দু হৈ আচলতে খুব দুঃখিত হৈ সিহঁতে এই আলোচনা কৰিছিল বুলি ভাবিলে ভুল হ'ব। বিন্দু নুবুলি চন্দ্ৰবিন্দু বুলিলেও তেতিয়া সিহঁতে বিশেষ আপত্তি নকৰিলেহেতেন। আচল কথা—পৰীক্ষাৰ নিৰাশাজনক প্ৰস্তুতিৰ লগত শূন্যৰ যোগফল। শূন্যতাটো পকেটৰ। চাহৰ দোকানখনত অইন দিনাৰ দৰে বহিব পৰাহেঁতেন বেয়া নাছিল; কিন্তু তাত ইতিমধ্যেই বাকীৰ পইচাই মাত্ৰা এৰাই গৈছে। চিনেমা হ'লত ৰনেল্ড্ কলমেনৰ ছবিখন আৰম্ভ হওঁ হওঁ।

"বৰ খালি খালি যেন লাগিছে ভাই।"

"কিবা যেন নাই নাই—"

পকেটত পইচা নাই, কথাটো স্পষ্টভাবে কৈ দিবলৈ কাৰো ইচ্ছা যোৱা নাই। 'অথচ, সকলোৰেইতো আছে। টাৰ্মিনেল্ পৰীক্ষাৰ আগেয়ে কথাটো আজিৰ দৰে অনুভৱ কৰিব পৰা হ'লে এ'ক্সপ্লেনেচনত আৰু চাবিটা নম্বৰ উঠাব পাৰিলো-হেতেন। আছে, অথচ নাই', 'গ'ই ক'লে, **'water, water everywhere, not a drop to drink—'**। এনে সময়তে দুৰ্ঘটনাটো ঘটি গ'ল। সৰু হাফ্‌পেণ্ট পিন্ধা লৰাটোৰ লগত খোজ কাঢ়িছে, 'সেইখন কি? মেখেলা-চাদৰ যেন বোধ হৈছে···।'

'ক'ই চিএৰি উঠিল—**'A sail! A sail!'**

মুখখন আগেয়ে দেখা যেন *নালাগেতো!* বাঃ, এই অঞ্চলও ইমান ধুনীয়া "চীজ" এটা ইমান দিনে ক'ত লুকাই আছিল? খুব পঢ়ে নেকি—এই বয়সতে চছমা লবলগীয়া হৈছে? ৰঙা কাপোৰ দুই বন্ধুৰ সাধাৰণেতে অপছন্দ হ'লেও ব্লাউজটো দেখোন আজি বেচ্ ভালেই লাগিছে। বেনী দুডাল দুলিছে, যেন—যেন—

যাওক—উপমাৰ দৰকাৰেই বা কি?

'গ'ই সুধিলে—'চিনি পাৱ নেকি?'

'ক'ই কোনো উত্তৰ নিদিলে, 'ক'ৰ চকুৰ দৃষ্টি আৰু সকলোখিনি মনোযোগ হঠাৎ চলমান চছমাযোৰত আৱদ্ধ হৈ পৰিছে। মুখৰ ধেমালিৰ ভাবটো অন্তৰ্হিত। মেখেলা-চাদৰ আগ বাঢ়ি আহিল। ৰঙা ব্লাউজটোৰ হঠাৎ গতি হ্ৰাস পাই গ'ল মুহূৰ্ত্তৰ কাৰণে, চছমাৰ ভিতৰৰ পৰা এটা সঙ্কেত যেন নিমিষৰ ভিতৰতে বিকীৰ্ণ হৈ আকৌ সকলো বস্তু আগৰ দৰে হৈ পৰিল। চাৰিখন ওঠ অকস্মাৎ মেল



খালে আৰু তেনে দৰেই অকস্মাৎ বন্ধ হ'ল আকৌ। ৰাস্তাৰ মূৰত অদৃশ্য হৈ গ'ল হাফ্‌পেণ্ট আৰু মেখেলা-চাদৰ—পিচ পিনৰ যানবাহনৰ পিনে সতৰ্কভাবেই যেন চছমাযোৰে কেইবাবাৰো ঘূৰি ঘূৰি চাবলগীয়া হ'ল। মৃদুস্বৰে 'গ'ই কাহিলে অৰ্থপূৰ্ণভাবে, 'ক' চক খাই উঠিল। 'গ' গম্ভীৰ হৈ পৰিল।

সেয়ে হ'ল' পূৰ্ব্বৰাগ', বা 'গ'ৰ ভাষাত, 'সূত্ৰপাত', তাৰ পিচৰ পৰা সেই পুৰণি গল্পটোৰ পুণৰাবৃত্তি। দহ বাজিবলৈ দহ মিনিটমান থকাত 'খ' স্কুললৈ যায়, তাই ট্ৰেন্স্‌ফাৰ লৈ আহিছে অলপতে, এইবাৰ মেট্ৰিক দিব, লগত যায় সৰু ভনীয়েক আৰু কাষৰ দুই এজনী ছোৱালী। ঠিক সময়তে পৃথিবীৰ অইন সকলো কাম জলাঞ্জলি দি নিয়মিতভাবে 'ক' আৰু 'গ' আহি ৰাস্তাৰ মূৰত উপস্থিত হয়। তাৰ পৰা 'খ'ৰ ঘৰটো স্পষ্ট দেখা যায়, দুয়ো অধীৰভাৱে ৰৈ থাকে। ৰাস্তাৰ মোৰত—সোনত সুৰগা—এখন সৰু চাহৰ দোকান আছে, দুয়ো সেই খনক পৰ্য্যবেক্ষণৰ ঘাটি হিচাবে ব্যৱহাৰ কৰে। তাতে বহে, দুই 'চিঙ্গিল' চাহ লয় আৰু অধীৰ ভাৱে প্ৰতীক্ষা কৰে। 'ক'ই উচ্ছ্বসিতভাৱে 'খ'ৰ কথা কৈ যায়, নীৰৱে 'গ'ই মাথোন শুনি যায়। প্ৰথমতে 'গ'ই বন্ধুক অলপ অচৰপ যুক্তি-পৰামৰ্শ দিছিল, কিন্তু ক্ৰমে 'গ' নীৰৱ হৈ আছিল। ব্যাকুল প্ৰতীক্ষাৰ শেষত অৱশেষত 'খ' হঁতৰ ঘৰৰ গেট্‌খন মেল খায়, 'গ' সজাগ হৈ বহে,' ক'ই চুলিখিনি হাতেৰে ঠিক কৰি লয়। লগৰীসকলৰ লগতেই যেন কিবা কথা পাতি পাতি দোকানখনৰ কাষলৈ আহি 'খ'ই মধুৰভাৱে হাঁহে, 'ক'ৰ বুকু স্পন্দিত হয় দ্ৰুততৰ, বেঁকা চাৱনি এটা আহি পৰে 'খ'ৰ পৰা 'ক'ৰ চকুলৈ।

আৰু' গ'?

দহটাত 'খ'ৰ স্কুললৈ যোৱা, চাৰিটাত 'খ'ৰ ঘৰলৈ অহা। ঘড়ীৰ কাটাই দুই সমকোণ অতিক্ৰম কৰে। দিনৰ পিচত দিন পাৰ হৈ যায়, কাপোৰ-কানিৰ পিনে মনোযোগ বেচি হৈ আহে দুই বন্ধুৰ, পৰীক্ষাৰ পঢ়া-শুনাৰ চিন্তা উৰি যায়। প্ৰতীক্ষা কৰি কৰি 'ক'ই ৰ'দত ঘামে, পাপীৰ লগত যমদূতৰ দৰে 'গ'ও ঘামিবলগীয়া হয়। বৰঘুণত তিতি 'ক'ৰ দুদিনমান নিউম'নিয়াও হৈ গ'ল। 'ছিঙ্গিল'ৰ দোকানখনত দুদিন অলপ লোকচান গ'ল, এই অনুসিদ্ধান্তটো (Corollary) নিশ্চয় নকলেও হ'ব।

* * *

সদায় সেই একেই চাৱনি, একেটা হাঁহি। নিতান্ত যান্ত্ৰিক যেন লাগি আহিল কথাটো 'ক'ৰ। অধীৰতা ক্ৰমে বাঢ়ি আহিল, সান্নিধ্যৰ কাৰণে, পজিটিভ্ কিবা

এটাৰ কাৰণে 'ক' প্ৰায় বলিয়া হৈ উঠিল। 'এখন চিঠিকে দিও নেকি'? 'ক'ই বন্ধুৰ পৰামৰ্শ বিচাৰিলে।' ধৈৰ্য্য ধৰ', পত্ৰালাপৰ পক্ষপাতী 'গ'ই ক'লে। 'ক' অলপ আচৰিত হ'ল।

'ক'ৰ ঘৰৰ পৰা 'গ'ৰ ঘৰলৈ ৰাস্তাটো এটা দীঘল সৰলৰেখা, 'গ'ৰ ঘৰৰ পৰা 'খ'ৰ ঘৰলৈ তাতোকৈ দীঘল এটা সৰলৰেখা, 'খ'ৰ পৰা 'ক'লৈ আৰু এটা দীৰ্ঘতম। কখগ ত্ৰিভুজ। অলিগলিবোৰে সতে মাজেৰে বেঁকা-বেঁকি ৰাস্তাও অৱশ্যে ছুটামান আছে। কিন্তু 'ক'ই আজিকালি 'গ'ৰ ঘৰলৈ যাওঁতে ক গ ৰেখাৰে নগৈ ক খ গ পথেৰে ঘূৰি যায়, 'গ'ইও তেনেকুৱাই কৰে। কখগ ত্ৰিভুজৰ খগ বাহু বঢ়াই দিলে 'ঘ' বিন্দুত কলেজখন পোৱা যায়। আগেয়ে যথেষ্ট ঘূৰা ঘূৰি কৰি যাওঁতেও সিহঁতে ঠিক সময়ত কলেজ পাইছিল, আজিকালি খগঘ সৰলৰেখাৰে গ'লেও ৰাস্তাত কিহবাই বিলম্ব ঘটায়, দেৰি হৈ যায়, কলেজৰ পাৰ্চেণ্টেজ্ কমি আহে।

"ইউক্লিডৰ জ্যামিতি যে ভুল, মই এতিয়া বুজিছোঁ", 'গ'ই কয়, "আইনষ্টাইনে ঠিকেই কৈছে, দুটা বিন্দুৰ মাজৰ সকলোতকৈ কম দূৰত্ব সিহঁতৰ সংযোগকাৰী সৰলৰেখাডাল নহয়—"

কিয় নহয়, কাৰণটো ভাবি 'ক'ই হাঁহে।

স্কুল এদিন বন্ধ হৈ গ'ল। 'খ' বৰ বেছিকৈ বাহিৰলৈ নোলায়, মাক-বাপেকো বৰ কঢ়া। 'ক' আৰু 'গ' বেচ অসুবিধাতেই পৰিল।

এদিন হঠাৎ 'গ'ই ক'লে—'খ' মাকৰ লগত মোমায়েকৰ ঘৰলৈ গ'ল। এসপ্তাহমান পিচত আহিব। আমি আৰু এই কেইদিন তালৈ গৈ লাভ নাই।" 'ক'ৰ মুখখন এন্ধাৰ হৈ পৰিল।

কেইটামান দিন 'ক'ই অধীৰভাৱে কটালে। জানে, 'গ'ৰ খবৰ ভুল হ'ব নোৱাৰে, তথাপি এনেয়ে দুই এবাৰ খ গ ৰেখাৰে অহা-যোৱাও কৰিলে। Great Expectations! কিন্তু 'খ'ৰ দেখা নিমিলিল। 'গ'ৰো পাত্তা নাই—তাক ঘৰলৈ গৈও পোৱা টান হৈ আহিল।

এদিন অকস্মাৎ খ গ ৰেখাৰে যাওঁতে চাহৰ দোকানখনত—'ক'ই আচৰিত হৈ দেখিলে—'গ' বহি আছে। তাৰ পিনে চাই 'ক'ৰ কেনেকুৱা যেন এটা সন্দেহ উপজিল। সি ভালকৈ লক্ষ্য কৰিলে। 'খ' হঁতৰ ঘৰৰ এখন খিড়িকীৰ পৰ্দাৰ ফাকেৰে—'ক'ই যেন নিজৰ চকুকো বিশ্বাস কৰিব নোৱাৰিলে······

দুয়ো বন্ধুৰ নাটকীয় প্ৰবৃত্তি আপোনা-আপুনি উক দি উঠিল।



'ক': 'এয়ে তোৰ বন্ধুত্ব? ভণ্ড!'

'গ': (অপৰাধী ভাৱটো ঢাকিবৰ চেষ্টা কৰি)—'মোৰ দোষ কি ভাই? মই অদৃশ্য-শক্তিৰ হাতৰ পুতলা মাত্ৰ।'

'ক' (ঘৃণাৰ সুৰত): 'লাজ নালাগেনে তোৰ?'

'গ' (নিৰ্ব্বিকাৰভাৱে, আত্ম-পক্ষ সমৰ্থনৰ চেষ্টাত): 'নহলে ভাবি চা, তোৰ মই কিমান দিনৰ বন্ধু, মই জানো স্ব-ইচ্ছাই এনেকুৱা কৰিব পাৰোঁ? মোক তই ভুল বুজিছ।'

'ক' ('গ'ই আগবঢ়োৱা উপপাদ্যটোৰ 'বিকল্প প্ৰমাণ'টো সম্পূৰ্ণ অৱজ্ঞা কৰি): 'বেচ্, তেনেহলে আজিৰ পৰা 'ক' আৰু 'গ' বন্ধু নহয়, প্ৰতিদ্বন্দ্বী।'

দুয়ো দুয়োৰো পিনে কেইমুহূৰ্ত্তমান চাই থাকিল। সেই দিনা সুন্দৰ পুৱা তেনেকৈয়ে এখন অখ্যাত 'ছিঙ্গিল' চাহৰ দোকানত ক খ গ নামেৰে আৰু এটা চিৰন্তন ত্ৰিভুজৰ জন্ম হ'ল···

তাৰ পৰবৰ্ত্তী ঘটনাৱলী সেই চিৰন্তন প্ৰতিদ্বন্দ্বিতাৰ কাহিনী। প্ৰতিজনে যেন প্ৰতিজনলৈ নতুন হিংসা, বিদ্বেষ্ আৰু ক্ৰোধৰ ৰেখা টানিলে—একেবাৰে অন্তঃস্থললৈ, মধ্যস্থললৈ। ত্ৰিভুজৰ শীৰ্ষবিন্দু তিনিটাৰ পৰা বিপৰীত বাহুৰ মধ্যবিন্দুলৈ টনা ৰেখা তিনিডাল যেন। মাধ্যিকা। ত্ৰিভুজৰ মাধ্যিকাবোৰ একবিন্দুগামী আৰু সেই বিন্দুটোৱেই হৈছে 'ভাৰকেন্দ্ৰ' বা Centre of Gravity—কথাটো অৱশ্যে কাৰো মনত নেখেলালে।

* * * *

'ক' অত্যন্ত বিমৰ্ষ হৈ পৰিল। বন্ধু-বিচ্ছেদৰ শোক, তাৰ লগত যোগ হৈছে নতুন আক্ষেপ। 'খ' যেন কিবকম নিৰ্ব্বিকাৰ, উদাসীন হৈ পৰিছে; সেই মিঠা মিঠা কথাও আছে, সেই ধুনীয়া হাঁহিও আছে, সেই মনোৰম চাৱনিও শেষ হৈ যোৱা নাই—তথাপি "কিবা যেন নাই নাই"—নিতান্তই যেন অভ্যাসবশতঃ 'খ'ই কামবোৰ কৰি গৈছে।

উপেক্ষা? 'গ'ৰ প্ৰভাৱ? ফ্লাৰ্ট কৰিছে?

বেচ সহজভাৱে হাঁহি হাঁহি এদিন 'খ'হঁতৰ ঘৰৰ পৰা 'খ'ৰ লগত 'ঙ' ওলাই আহিল। 'ক'ই দেখিলে। 'গ'ই'ও দেখিলে আৰু বুজিলে।

ত্ৰিভুজটো চতুৰ্ভুজলৈ পৰিণত হ'ল।

অভিমানত 'ক'ৰ মুখখন ক'লা পৰি গ'ল, 'গ'ৰ ইচ্ছা হ'ল 'ঙ'ৰ মুখত প্ৰচণ্ড ঘোচা এটা বহুৱাই দিয়ে। কোৱা বাহুল্য, স্বাভাৱিক নিয়মে 'ঙ'ই বুজিলে

'ক' আৰু 'গ'ৰ সন্ধানী দৃষ্টি তাৰ ওপৰত পৰিছে। কিন্তু 'ঙ' ভাবিত নহ'ল। সি খুব স্ফূৰ্ত্তিবান ল'ৰা, অনবৰত চিগাৰেট খায়, পঢ়া-শুনাতো সমানেই ভাল (চাৰি নম্বৰৰ কাৰণে যোৱা পৰীক্ষাত সি কেমিষ্টিত প্ৰথম হ'ব নোৱাৰিলে)। 'ঙ'ই দুয়োকো স্তম্ভিত কৰিলে। সৰলভাবেই 'ঙ'ই সকলো কথা অকপটে ভাঙি ক'লে দুয়োকে।

"মই জানো, মোৰ ওপৰত তোমালোকৰ অসন্তুষ্ট দৃষ্টি পৰিছে। কিন্তু মোক বিশ্বাস কৰিব পাৰা, মই তোমালোকৰ পথৰ কণ্টক নহওঁ।"

এবা, 'ঙ'ক বিশ্বাস কৰিব পাৰি। তাৰ মনটো সৰল, সি স্পষ্টবাদী, সত্যভাষী —ঠিক তাৰ দেহটোৰ দৰে—ক্ষীণ, প্ৰস্থ আৰু বেধহীন, দীঘ আছে মাত্ৰ—এডাল সৰলৰেখা। "অস্বীকাৰ নকৰো", 'ঙ'ই হাঁহিমুখেৰেই ক'লে, "'খ'ক মই এদিন সঁচাকৈয়ে ভাল পাইছিলো। কিন্তু 'খ'ই মোক প্ৰত্যাখ্যান কৰিছে। কথাটো মই সহজভাৱেই লৈছোঁ—কেমিষ্ট্ৰিত হাইয়েষ্ট মাৰ্ক নোপোৱাৰ দৰেই। ঈৰ্ষাক মই ঘৃণা কৰোঁ। তোমালোকেও যেন মোৰ প্ৰতি ঈৰ্ষান্বিত নোহোৱা। 'খ'ৰ লগত মোৰ সম্বন্ধ এতিয়া বন্ধুত্ব মাত্ৰ···তোমালোককৈলে মোৰ অনুৰোধ—উপদেশ বুলিলে নিশ্চয় বেয়া পাবা—এই খেলা এৰি পেলোৱা।"

"কিয় ?"

"কাৰণ, 'খ'ৰ মন তোমালোকে কেতিয়াও নোপোৱা। ব্যাখ্যাতীত নাৰীৰ মন, দুৰ্বোধ্য নাৰী-চৰিত্ৰ। দেবা ন জানন্তি (সংস্কৃতটো হৈছেনে? স্কুলত মই সদায় সংস্কৃতত ফেল কৰিছিলো)—"

চিগাৰেট টানি টানি 'গ' আৰু 'ক'ক 'ঙ'ই বুজাবাৰ চেষ্টা কৰিলে (দুয়োৰে ধাৰনা হ'ল এই হাস্য-পৰিহাসৰ মাজত সিহঁতৰ প্ৰতি 'ঙ'ৰ এটা পুতৌৰ হাঁহি লুকাই আছে) যে ছোৱালীৰ মন বৰ গণ্ডগোলীয়া। সৰলৰেখা নহয়—গোলাকাৰ, বৃত্তাকাৰ। গোল মানেই গণ্ডগোল, টকাৰ কথা ভাবিলেই কথাটো স্পষ্ট হৈ পৰে—নপৰে জানো? বৃত্তটোৰ বিভিন্ন বিন্দুত আমি বহুতো ৰূপ দেখোঁ—মাতৃৰ, ভনীৰ, স্ত্ৰীৰ—কিন্তু হৃদয়ৰ স্থানত মাথো এজনেই—

"এনেকুৱা কোনো নিয়ম নাই," খঙেৰে 'ক'ই কৈছিল, আৰু ৰুদ্ধ আক্ৰোশেৰে 'গ'ই সুধিছিল—"কোন সেই ভাগ্যৱান ?"

ভাগ্যৱানজনৰ বিপদ সমুপস্থিত, 'ঙ'ই বুজিছিল। 'ঙ'ই কৈছিল, ভাগ্যৱানজন কোন, সি *ঠিক* নাজানে, বোধকৰো 'ব' বা 'জ', আৰু নিয়মটোও অভ্ৰান্ত বুলি সি



দাবী নকৰে; কিন্তু তাৰ অভিজ্ঞতাই কয়, জ্যামিতিৰ উপপাদ্যৰ দৰেই কথাটো অনস্বীকাৰ্য্য। শুনি 'ক' আৰু 'গ' আচৰিত হ'ব, অকল সিহঁত নহয়, অকুল 'ঙ' নহয়, আৰু অইন বহুতৰ পিনেই চাই 'খ'ই হাঁহিছিল সেই একেটা মধুৰ হাঁহি—মূৰ্খৰ দলে তাতেই ভোল গৈ ভাবিছিল, প্ৰেমতেই পৰিছে। নাই, নাই, গৰম হৈ উঠাৰ কোনো কাৰণ নাই, এইটো 'খ'ৰ স্বাভাৱিক স্বভাৱ, ইয়াত 'খ'ৰ কোনো বেয়া উদ্দেশ্য নাই। ফুল দেখি ভাল লাগিলে যেনেকৈ 'খ'ই হাঁহে, তেনেকৈয়ে (অতি কষ্টেৰে এই বিজনিটো 'ঙ'ই ভাবি উলিয়ালে) তোমাক মোক দেখি ভাল লাগিলেও 'খ'ই হাঁহে, হয়তো দুদিনৰ কাৰণে পক্ষপাতিত্বও কৰে—এই মাত্ৰ। 'সেইটো বাহিৰৰ কথা, বৃত্তৰ পৰিধিৰ কথা। কেন্দ্ৰৰ কথা এতিয়াও ৰহস্যৰ মাজত। আৰু, হৃদয়-সংশ্লিষ্ট সেই বিশেষ বিন্দুটো মাত্ৰ এজনেই স্পৰ্শ কৰিব পাৰে—'

নিজৰ ৰসিকতাত (?) নিজেই আমোদিত হৈ 'ঙ'ই চিগাৰেটটো শেষ কৰিলে আৰু নতুন এটা জলালে। দুয়ো নিৰুত্তৰ হৈ থাকিল—কিয়নো 'ঙ'ৰ কথাত প্ৰতিবাদ কৰিবলগীয়া একো বিচাৰি নাপালে কোনেও। কথাটো সঁচা। বহিঃ-বিন্দুৰ পৰা বৃত্তলৈ অসংখ্য স্পৰ্শক টানিব পাৰি, কিন্তু এটা বিশেষ বিন্দুৰ এডালহে মাথো স্পৰ্শক। সেইটো এটা প্ৰমাণিত সত্য—(Euclid III. 18.)।

"এৰি পেলোৱা। তোমালোকৰ কোনো দোষ নাই অৱশ্যে, বয়সৰ দোষ। কিন্তু চিৰিয়াচ্ নহবা। চিৰিয়াচ্ যিয়ে হৈছে, মৰিছে। **Take it easy**। জানানে, কেনেকৈ 'খ'ৰ কাৰণে 'ফ'ৰ career নষ্ট হৈ গৈছে। হয়তো জাতি-কুল-উপাৰ্জ্জন আদিৰ গোলমালত এতিয়াও আৰু কেইজনমান হতাশ হবলৈ বাকী আছেই। 'খ'ৰ দ্বাৰা প্ৰত্যাখ্যাত হৈ—হয়তো নাজানা—'প'ই আজিকালি কবিতাকেই লিখে অনবৰত, ৰাস্তাই ৰাস্তাই 'ভ' ঘূৰি ফুৰে বলিয়াৰ দৰে। তাৰোপৰি—"

চতুৰ্ভুজটো চকুৰ সমুখত লাহে লাহে এটা বিষমবাহু বহুভুজলৈ ৰূপান্তৰিত হ'ল। "তোমালোকে 'খ'লৈ চিঠি দিয়াৰ কথা জানিব পাৰিলো। 'খ'ই নিজেই কৈছে। অৰ্থাৎ—বুজিছাই। খুব স্ফূৰ্ত্তি পাইছে", পৰিহাসৰ দ্বাৰা 'ঙ'ই কথাটো পাতলাই দিবৰ প্ৰয়াস কৰিলে, "যেদি লাভ নাই, উকাৰ জুই। Will-o-the-wisp, বুজিছাতো, আচলতে ভূতো নহয়, দেবতাও নহয়, সাধাৰণ গেচ, mere মাৰ্চ গেচ, $CH_4$···"

'ঙ'ই হাঁহিলে। হঠাৎ 'ক'ই আৱিষ্কাৰ কৰিলে, হাঁহিটো নিতান্তই আন্তৰিকতা-শূন্য। কি এটা যেন গোপন থাকি গ'ল হাঁহিটোৰ আঁৰত, 'গ'ৰ ধাৰণা হ'ল অস্পষ্টভাবে। লাহে লাহে 'গ'ই কলে—"ভাই 'ক'! মোক ক্ষমা কৰ। আমি

আকৌ আগবদবে বন্ধু হওঁ।” ‘ক’ই উত্তৰ দিলে, বিদ্ৰুপেৰে, আকৌ সেই নাটকীয় ভঙ্গীত—“বন্ধু ? অসম্ভৱ ‘গ’, ভাগ্যৰ নিষ্ঠুৰ খেলত আজি আমাৰ কক্ষপথ বিভিন্ন। একে পথেৰে আমি যাত্ৰা আৰম্ভ কৰিছিলো—কিন্তু আজি একেটা লক্ষ্যৰ পিনেই আমি সমান্তৰালভাৱে গতি কৰিছো। পেৰেলেল লাইন—সমান্তৰাল ৰেখা। মিলিত হোৱাটো কি সম্ভৱ ?”

বৰ বেচি নাটকীয় শুনা গ’ল ‘ক’ৰ কথাবোৰ।

‘গ’ মনে মনে থাকিল।

অলপ কোমল হৈ ‘ক’ই বহুসময়ৰ পাচত কৈ উঠিল—“হয়তো তয়ো ‘খ’ক নাপাব, হয়তোময়ো কেতিয়াও সফল নহম। তথাপি”—কথা অসমাপ্ত ৰাখি পুণৰ ‘ক’ই কঠোৰ ভাৱটো মনলৈ ঘূৰাই আনিলে। বন্ধুৰ কথা শুনি ‘গ’ বিমূঢ় হৈ পৰিল। স্পষ্ট দেখিলে, ‘খ’ বিন্দুক কেন্দ্ৰ কৰি ঐককেন্দ্ৰিক বৃত্তৰ দৰে প্ৰতিদিন ঘূৰিছে ‘ক’, ‘গ’, ‘প’, আৰু ‘ভ’, সকলো আশা-আকাঙ্খাৰ কেন্দ্ৰটো সদায় স্পৰ্শৰ বাহিৰত, প্ৰাপ্তিৰ বাহিৰত, একক-গৰ্বত গৰ্ব্বিত। তথাপি অবুজৰ দৰে ‘ক’ আৰু ‘গ’, ‘প’ আৰু ‘ভ’ ঘূৰিব নিজ নিজ কক্ষেৰে, বিবাদ কৰিব ; ভাবিব—মিলিত হোৱাতো অসম্ভৱ···

ভূমিৰ ওপৰত লম্ব হৈ ‘ক’ কঠোৰভাৱে থিয় হৈ থাকিল, ভূৰাবৰ লগত প্ৰায় পয়চল্লিশ ডিগ্ৰীৰ কোণত আউজি ‘ভ’ই চিগাৰেট টানিব ধৰিলে নীৰবে।

‘গ’ই কান্দি পেলালে।

*   *   *   *

দুদিনমান পাচত, পৰীক্ষাৰ খবৰ ওলাল এদিন। ‘ক’ আৰু ‘গ’ দুয়ো ফেল কৰিছে, সিহঁতৰ সম্ভাব্য ভৱিষ্যতৰ ওপৰত যৱনিকা নামি আহিছে যেন। ‘ভ’ইও ফেল কৰিছে। সকলো আচৰিত হ’ল। খবৰটো পোৱাৰ পাচত ‘ভ’ হঠাৎ ক’ৰবালৈ অদৃশ্য হৈ গ’ল। সন্ধিয়া ট্ৰেইনখন ‘ডিষ্টেণ্ট্ চিগ্‌নেল্’ পাৰ হৈ কিছুদূৰ যোৱাৰ পিচত ৰৈ গ’ল, আৰু লাহে লাহে ষ্টেচনলৈ ঘূৰি আহিল চিন্নমুণ্ড দেহ এটা বহন কৰি। ষ্টেচনত ক্ৰমে মানুহ জমি উঠিল, বিদ্যুদ্বেগে খবৰটো ৰাষ্ট্ৰ হৈ গ’ল। দুই-চাৰিজনে ক’লে—‘ভ’টো ইমান কাপুৰুষ বুলিতো জনা নাছিলো, ছিঃ ছিঃ, সামান্য এটা পৰীক্ষাত ফেল কৰিয়েই যি···

পুৰণি সেই ‘ছিঙ্গিল’ চাহৰ দোকানখনৰ সমুখত বহু ৰাতি, উদ্দেশ্যহীনভাৱে ঘূৰি ঘূৰি ‘ক’ আৰু ‘গ’ অকস্মাৎ মুখামুখি হৈ পৰিল। দুয়ো দুয়োকে অইন দিনাৰ দৰে



নিৰ্ব্বিকাৰ ভাৱে পাৰ হৈ যাব খুজিলে, কিন্তু কিহৰ এটা দুৰ্ব্বাৰ শক্তিয়ে দুয়োকে থমাই দিলে তৎক্ষণাৎ। প্ৰায় পাচ মিনিট কোনোৱে একো নক’লে।

‘ক’ই প্ৰথমতে কথা ক’লে—

“‘ভ’ই পৃথিবীক কেনেকুৱা ব্লাফ্ দিলে দেখিলি ?”

“ও। সকলোৱে ভাবিব, সি ফেল কৰাৰ দুখতে আত্মহত্যা কৰিলে। বুদ্ধিমান ল’ৰা।”

“অথচ, সি আমাক বুজায়, Take it easy ! এইটো কি এটা easy কথা ?”

নিজৰ অজ্ঞাতে দুয়োৰো হাত দুখন প্ৰসাৰিত হ’ল স্বয়ংক্ৰিয়ভাৱে, দুয়ো অকস্মাৎ আবেগেৰে সৈতে পৰস্পৰৰ হাত চেপি ধৰিলে···

( সমান্তৰাল সৰলৰেখা মিলিত হোৱাটো অসম্ভৱ নহয়, আইনষ্টাইনে হেনো প্ৰমাণ কৰিছে। )

*   *   *   *

··· তাৰ পিচত, এদিন শাওণৰ বৰ্ষণমুখৰ ৰাতি ‘ব’ৰ লগত ‘খ’ৰ বিয়া হৈ গ’ল। বহুভুজ ক্ষেত্ৰটো অৱশেষত ভাঙি পৰিল। বৃত্তাকাৰ চছমা-শোভিত গোলাকাৰ ধুনীয়া মুখখনৰ লগত প্ৰায় ট্ৰেপিজিয়ামাকৃতি স্বাস্থ্যৱান ধুনীয়া মুখ এখনৰ যুগ্ম ফট’খন চাবৰ ইচ্ছা গ’ল ‘ক’ আৰু ‘গ’ দুয়োৰে—কিন্তু সেই ইচ্ছা দুয়ো অপূৰ্ণই ৰাখিলে, দিনৰ পিচত মাহ আৰু মাহৰ পাচত বছৰ বাগৰি গ’ল। সকলো উজ্জ্বল আশা-আকাঙ্ক্ষাৰ সমাধিশেষত দুয়ো এতিয়া যাক কয় ‘মাখি-মৰা কেৰাণী।’ বিয়া-বাৰু হৈছে, ল’ৰা ছোৱালীও হৈছে। গ’ৰ স্ত্ৰী গ´ কলহ-প্ৰৱনা, দীঘ আছে, পুতলো আছে, কিন্তু বেধ নাই। ক’ৰ স্ত্ৰী ক´ চিৰৰুগ্না হ’লেও গ´ৰ দৰে বেধহীনা নহয়। গ´ৰ জ্যামিতিক নাম ‘কালি’ বা area আৰু ক´ৰ নাম আয়তন বা ‘ভলিউম্’। ক´ সচাকৈয়ে এটা ‘ভলিউম্’। Voluminous !

দুয়ো মাজে মাজে অতীতক সোঁৱৰে—‘অতীতক নাযাবা পাহৰি’ নামৰ কি এটা কবিতা পঢ়া যেনো মনত পৰে মাজে মাজে। ‘খ’ৰ ল’ৰা-ছোৱালীবোৰ ডাঙৰ হব পায় চাগৈ—কৌতুকৰ ভাবত ‘ক’ই কয়—হয়তো মাক বাপেকৰ দৰেই সিহঁতে এতিয়া কোন অজানা ঠাইত কোন অনামা হৃদয়ৰ লগত আকৌ নতুন ত্ৰিভুজৰ পত্তন কৰিছে। ‘গ’ই হাঁহে আৰু কয়—এয়ে হয়তো নিয়ম। আমিও তাকেই প্ৰমাণ কৰিছোঁ। অত্ৰ ইদং উপপাদ্যম্—

একোটা তথ্য আহিছে, দুদিন প্ৰতিষ্ঠা লাভ কৰিছে, তাৰ পিচত বিদায় লৈছে। পূৰ্ব্বপুৰুষসকলক ভুল প্ৰতিপন্ন কৰিছে নিউটনে, নিউটনক ভুল প্ৰতিপন্ন কৰিছে কুৰি শতিকাই। ইউক্লিড-ডেকাৰ্ট-পাইথাগোৰাচৰ পাচত ৰীমান্ আৰু আইনষ্টাইন্। ফ্লেট পৃথিবীৰ ইউক্লিডীয় জ্যামিতিৰ ভিত্তি কম্পিত কৰি বক্ৰ-জ্যামিতিৰ পিঠিত আউজি আইনষ্টাইনে কৈছে—সৰলৰেখা এটা বিৰাট ভুৱা··· হয়তো আইনষ্টাইনো এদিন মিছা হৈ যাব। কোনো স্থিৰতা নাই, কোনো কথাই 'লাষ্ট-ৱৰ্ড্' নহয়, কোনো উপপাদ্যই চৰম সত্য নহয়—One thing is **certain, and the rest all lies ; that time flies···**

'ক'ই নিজ মনেই ভাবে ঃ তথাপি, আমাৰ ফ্লেট্ পৃথিবীত সেই চিৰন্তনৰেই নিত্য পুনৰাভিনয় চলে, সেই পুৰণি জ্যামিতিৰ নিয়মেৰেই ককাদেউতাৰ ত্ৰিভুজ নাতিল'ৰাই পুনৰ্নিমাণ কৰে। স্থানৰ বুকুত গ্ৰহ-উপগ্ৰহই জ্যামিতি ৰচনা কৰে, ফুলৰ পাহিয়ে কাৰ্টেচীয় জ্যামিতিৰ সমীকৰণৰ লগত সুৰ মিলায়, মুগ্ধ হৈ জীন্‌চে কয়, ভগবান এজন বিদগ্ধ গণিতজ্ঞ। দিনটোৰ অফিচৰ কামৰ শেষত ৰাতি 'ক' যায় 'গ'ৰ ঘৰলৈ তাচ খেলিবলৈ—ক খ গ পথেৰে নহয়, সংক্ষিপ্ত ক গ ৰেখাৰেই যায় লৰা-লৰিকৈ। কথাটো মনত নপৰে সদায় যদিও, 'ক'ই জানে—[Euclid I.20]—ত্ৰিভুজৰ যি কোনো দুই বাহুৰ সমষ্টি তৃতীয় বাহুতকৈ ডাঙৰ।*

---

* আৰম্ভনি বন্ধুমুখে প্ৰাপ্ত—হয়তো পুৰনি কোনো উৎসৰ পৰা (?)।

# বাৰ্‌কাৰ'ল্

"···তাৰ পিছত লাহে লাহে পৃথিবীৰ বুকলৈ সন্ধিয়া নামি আহিল। দিনৰ পোহৰক যেন নিশাই ধীৰে ধীৰে এখন কলা ওৰণিৰে আৱৰি পেলালে···"

আইজনীৰ গল্পৰ বহীখন অজানিতে হাতৰ পৰা টেবুললৈ নামি আহিল, আচৰিত হৈ প্ৰণবে দেখিলে সচাঁকৈয়ে পৃথিবীৰ বুকলৈ সন্ধিয়া নামি আহিছে, সচাঁকৈয়ে যেন দিনৰ পোহৰক নিশাই কলা ওৰণি এখনেৰে আৱৰি আনিছে ক্ৰমাৎ। বহীখনৰ পৰা বাহিৰৰ ঘনায়মান অন্ধকাৰলৈ দৃষ্টি পৰিবৰ্ত্তন কৰাত প্ৰথমে যিটো বিভ্ৰান্তিৰ চেতনা আহিল, সেই ভাব কাটি যোৱাৰ লগে লগে প্ৰণবে বুজিব পাৰিলে যে আলোক-তীব্ৰতাৰ পৰিবৰ্ত্তনৰ লগত খাপ খুৱাই লবলৈ চকুৰ পৰকলা দুখনে কিছু সময় ললে। ঠিক যেনে বিভ্ৰান্তি আমি অনুভৱ কৰো কেইচেকেণ্ডমান, যেতিয়া আমি বাহিৰৰ পোহৰৰ পৰা ছবিঘৰৰ এন্ধাৰলৈ সোমাই যাওঁ —আৰু অলপ পাচতেই আমাৰ দৃষ্টি আৰু মন সমুখৰ পৰ্দাৰ সম্পূৰ্ণ বিভিন্ন জগতত নিমজ্জিত হৈ পৰে। আমি ভাবিও নাচাও যে বাহিৰৰ পৰিচিত শব্দবোৰ চাউণ্ড-ট্ৰেকৰ পৰা নিৰ্গত তৰঙ্গ-ধ্বনিয়ে সম্পূৰ্ণভাৱে, সহজভাৱে অপসাৰিত কৰি পেলাইছে। প্ৰণবে ভাবিও নাচালে যে হঠাৎ ভাহি অহা এই শান্ত নিস্তব্ধতাৰ কাৰণটো সাধাৰণ—বেজবৰুৱাৰ ঘৰৰ সমুখৰ ঘাঁহনিখনত ছুলুইঁতৰ ক্ৰিকেট খেলা শেষ হল, সিহঁতৰ বেট-বল আৰু হট্টগোল সামৰি লৈ সিহঁত ঘৰাঘৰি গ'ল, কাৰণ সন্ধিয়া নামি আহিছে প্ৰণবহঁতৰ ঘৰৰ সমুখৰ সৰু ৰাস্তাটোৰ ওপৰত, চৈফুদ্দিন অভাৰচিয়াৰৰ ঘৰৰ পিচপিনৰ চোতালখনত; লাহে লাহে অস্পষ্ট হৈ আহিছে কোঠাটোৰ আচবাবপত্ৰ, খিৰিকীৰ পৰ্দাৰ পাৰটোৰ অঙ্কন, দেৱালৰ হিমানী-স্ন'ৰ কেলেণ্ডাৰখনৰ ছবি, খিৰিকীৰ বাহিৰৰ আকাশৰ টুকুৰা। তেওঁৰ ঘৰৰ সমুখত ৰৈ থকা উদ্ধৱ মহাজনৰ নতুন হিলমেন গাড়ীখনৰ পৰা প্ৰতিফলিত পোহৰৰ ঝলক এতিয়া আৰু চকুলৈ নাহিল, কাৰণ কোনোবা এসময়ত শেষ হৈ গৈছে দুপৰীয়াৰ তীব্ৰ ৰদ, ধৰিব নোৱাৰা হৈ আহিছে হিল্‌মেনখনৰ ৰং সেউজীয়া নে নীলা। চৈফুদ্দিন অভাৰচিয়াৰৰ চোতালৰ সৰু গছকেইডাল লাহে লাহে মনিব নোৱাৰা হৈ আহিছে, লাহে লাহে অস্পষ্ট হৈ আহিছে উদ্ধৱ মহাজনৰ নতুন দুমহলীয়া ঘৰটোৰ অৱয়ব, তাৰ দক্ষিণত উমাৰ খিৰিকীৰ বগা পৰ্দা,

ৰাস্তাৰ মোৰৰ পানৰ দোকান, দোকানৰ গাৰ চিনেমাৰ পষ্টাৰ, উপেনবাবুৰ ৰেডিঅ'ৰ এৰিয়েল। লাহে লাহে অস্পষ্ট হৈ আহিছে দিনৰ প্ৰখৰ ৰ'দৰ অনুভূতি, দিনৰ বিক্ষিপ্ত তীব্ৰ অনুভূতিবোৰৰ ক্লান্তিকৰ প্ৰবাহ···

হয়তো এইটোৱেই সেই মুহূৰ্ত্ত, এইটোৱে সেই সীমাৰেখা, ইয়াতেই সেই প্ৰবাহ বন্ধ হয়, নতুন ধাৰা লয়, স্বচ্ছ আৰু সহজ আৰু বাধাহীন গতি পায় অকস্মাৎ। এতিয়া আৰু ভাবি আচৰিত নালাগে, আইজনীৰ কি হল, আইজনী কিয় ঢুকাল এনেদৰে হঠাৎ। উমাৰ দিনবোৰ কেনেকৈ কাটিছে সেই কথা আৰু এতিয়া মনলৈ নাহে, বিমলাপেহীৰ কি হব ভাবি আৰু কোনো চিন্তা নহয়। কাৰো কথা ভাবি এতিয়া অৰু দুখ নালাগে, কাৰো কথা ভাবি আৰু এতিয়া কান্দিবৰ মন নাযায়, মনলৈ নাহে অমলৰ চৰিত্ৰৰ জটিলতা, কিয় সি উমাৰ লগত এনেকুৱা আচৰণ কৰি বহিল হঠাৎ। অসংখ্য মানুহৰ অসংখ্য অসহ্য আচৰণ, অসংখ্য অসহ্য অভিব্যক্তি, এতিয়া আচম্বিতে অদৰ্কাৰী যেন ধাৰণা হল, এনেকি মাই কিয় কথাবোৰ বুজি নাপায় ভাবি মনে মনে কন্দাৰ কথাটোও এতিয়া অনুভব হল যেন অভাবনীয়। কাৰণ সমস্যাবোৰ এতিয়া নিৰৰ্থক হৈ পৰিল, সমাধান ধাৰণা হল যেন অৰ্থহীন। বস্তু নে তৰঙ্গ, কৰ্মফল নে অদৃষ্ট, চুম্বক নে বিদ্যুৎ, সকলো গম্ভীৰপ্ৰকৃতিৰ প্ৰশ্ন মিলি এতিয়া হঠাৎ যিটো সমন্বয় হল, তাৰ তাৎপৰ্য্য নিশ্চয় সেই চিৰন্তন গতি, এটা চলৰাশিৰ সমীকৰণ, বস্তু আৰু তৰঙ্গ আৰু মনৰ সেই অবিৰাম প্ৰবাহ। এতিয়া সন্ধিয়া আহিল, আচৰিত হৈ প্ৰণবে ভাবিলে, সেই বাবেই জানো মুহূৰ্ত্ততে শান্ত হৈ যাব পাৰে মোৰ এই বিচিত্ৰ চিন্তাধাৰা, স্তব্ধ হৈ যাব পাৰে স্থান আৰু কাল? যদি আমি সঁচাকৈয়ে এই অভাবনীয়তাক নিঃসন্দেহে মানি লব পাৰো, যদি আমি সচাকৈয়ে কাঢ়ি লব পাৰো এই অস্থিৰতাৰ সোঁতৰ পৰা এটা নিস্তৰঙ্গ মুহূৰ্ত্ত···

কিন্তু সেই ক'লা ওৰণিখন এটা দুটাকৈ আলোকবিন্দুৱে ভৰি উঠিল লাহে লাহে, প্ৰণবে ভাবিলে, আইজনীয়েও জানো লক্ষ্য কৰিছিল সেই তৰাবোৰ, আজিৰ সন্ধিয়াৰ এই তৰাবোৰৰ দৰে, কিছুমান স্থিৰ, কিছুমান অস্থিৰ, কিছুমান হয়তো আইজনীয়ে বিশেষ ভাবে লক্ষ্য কৰিছিল, উপেক্ষা কৰি গৈছিল হয়তো কিছুমান। এৰা, পৃথিবীৰ বুকলৈ এখন কলা ওৰনিৰ আবৰণ টানি সঁচাকৈয়ে ধীৰে ধীৰে নিশা নামি আহিল। গছৰ সেউজীয়া পাতবোৰত ফট'-চিনথেচিচৰ ৰসায়ন বন্ধ হল, কোন তাপমান-যন্ত্ৰত পাৰাস্তম্ভ নামি



আহিল কেই ইঞ্চি। লণ্ডন আৰু পেৰিচ আৰু নিউ-ইয়ৰ্কত লাখ লাখ নিয়ন-লাইটৰ মায়াজগৎ দীপ্ত হৈ উঠিল। জোনাক বিচ্ছুৰিত হ'ল আল্‌প্‌চৰ শিখৰৰ পৰা, জোনাক বিচ্ছুৰিত হ'ল হিমালয়ৰ বৰফৰ পৰা, আটলাণ্টিকৰ বুকুত আহিল জোৱাৰ। অযুত বিজুলীচাকিৰ পোহৰত ভাহি গ'ল বম্বে আৰু কলিকতা, মিলান আৰু ৰোম। ভেনিচৰ জলপথ এটাৰ পৰা গীটাৰৰ ঝংকাৰৰ লগত হফ্‌মানৰ বাৰকাৰ'ল ভাহি আহিল। উত্তৰপাৰৰ গাৱঁৰ কেচা, ঠেক ৰাস্তাত গৰুগাড়ীৰ চকাৰ কেঁচ কেঁচ শব্দ, পিচপিনে ধোঁৱাৰে কলা হাৰিকেনটো জ্বলিছে। ডোবাৰ পৰা ভেকুলীয়ে মাতিছে। বাহবনৰ তলত অসংখ্য জোনাকী-পৰুৱাৰ বিচ্ছিন্ন পোহৰ। এন্ধাৰ প্ৰান্তৰৰ মাজত অসম লিঙ্ক এক্সপ্ৰেচৰ তৃতীয় শ্ৰেণীৰ ভীৰক ব্যঙ্গ কৰি পতঙ্গবেষ্টিত ক্ষীণ লাইটবোৰ জ্বলি উঠিল। মোৰৰ পানৰ দোকানখনৰ চিগাৰেট জ্বলোৱা ৰচিডালৰ পৰা ৰতাহত স্ফুলিঙ্গ চিটিকি চিটিকি পৰিল। আকাশত ক্ৰমে বাঢ়ি উঠিল তৰাৰ সমষ্টি, ৰতাহ ৰবলৈ আৰম্ভ কৰিলে দক্ষিণৰ পৰা, গ্ৰেণ্ড্‌ ট্ৰাঙ্ক ৰ'ডেৰে সশব্দে এখন ১৯৩২ মডেলৰ ফৰ্'ড উৰি গ'ল···

ৰতাহত দুৱাৰৰ পৰ্দ্দা কঁপিল, ৰতাহত টেবুলৰ কাগজ-পত্ৰ খেলিমেলি হৈ পৰিল, ৰতাহত দেৱালৰ আলোছায়াৰ পেটাৰ্নটো ক্ষণে ক্ষণে পৰিবৰ্ত্তিত হ'ল। নতুন দুমহলাটোৰ পৰা চিলাইকলৰ শব্দ স্পষ্টভাৱে ভাহি আহিল—উদ্ধৱ মহাজনৰ ঘৈণীয়েকৰ ভীষণ চিলাই কৰাৰ চখ। চৈফুদ্দিন অভাৰচিয়াৰৰ ঘৈণীয়েকে চাউল বচা শেষ কৰি কেতিয়াবাই চোতালৰ পৰা উঠি গৈছে, তেওঁলোকৰ পাকঘৰটোৰ পিনৰ পৰা আলু ভজাৰ গোন্ধ ভাহি আহিল। দূৰৰ ষ্টেশনত উজনিৰ ট্ৰেইনখনে উকি দিলে, প্ৰতি সন্ধিয়াৰ এই গতানুগতিক শব্দ আৰু গোন্ধ তথাপি এটা নিত্যনতুন ঐক্যতানৰ দৰে সন্ধিয়াৰ অন্ধকাৰৰ লগত মিলি গ'ল। বেজবৰুৱাহঁতৰ লৰাটোক মাই বজাৰলৈ পঠাইছিল, বোধকৰো সি উভতিছে, মাই তাক খৰিবোৰ চপাবলৈ কৈছে নে কাপোৰবোৰ চপাবলৈ কৈছে ঠিক বুজা নগ'ল। এটা খৰ্‌ খৰ্‌ শব্দ কৰি হিমানী-স্ন'ৰ কেলেণ্ডাৰখন মাটিত পৰি গ'ল, বোধহয় ৰতাহৰ কোবত। দুয়োহাতে কপালখন চেপি ধৰি প্ৰণব বহি পৰিল। যোগেন মাষ্টৰৰ ডাঙৰ জীয়েকৰ আজি বিয়া, লাউডস্পীকাৰৰ গান খিৰিকীৰে প্ৰবেশ কৰিছে, তাৰ কথাবোৰ স্পষ্ট নহয়, তাৰ সুৰটো জনা—, অভিনয় নহয়, অভিনয় নহয়, এই হাঁহি, এই গান

এই যে প্ৰণয়, অভিনয় নহয়। গছৰ পাতবোৰৰ মৰ্মৰধ্বনি এই বিক্ষিপ্ত শব্দৰাশিৰ মাজতো এইমাত্ৰ এবাৰ স্পষ্ট হৈ উঠিল। অষ্টমমান শ্ৰেণীৰ ছোৱালীজনীৰ গল্পৰ শাৰীবোৰৰ দৰে এই একঘেয়ে সুৰৰ একঘেয়ে কথাৰ গানটোও হঠাৎ কিবা এটা সামঞ্জস্যৰে ভৰি উঠিল, সামঞ্জস্যটো প্ৰণবে বুজি নাপালে; হয়তো এনেকুৱা কোনো সময়তে মানুহবোৰে চিঠি লিখিবলৈ, গল্প লিখিবলৈ বহিছিল, হয়তো আকাশত জোন আছিল, হয়তো আকাশত জোন নাছিল······টেবুলত মূৰ থৈ প্ৰণবে কান্দিব ধৰিলে।

বাৰান্দাত এটা বিৰাট কাহৰ শব্দ হল, মা সন্ত্ৰস্ত হৈ উঠিল। এই বিষয়ত মা অকলশৰীয়া নহয়। প্ৰণবৰ মোমায়েকৰ এই কোনোদিনে-ভাল-নোহোৱা কাহটো শুনিলে তেওঁৰ অফিচৰ সকলোৱে গল্প-গুজব-চাহ-খবৰৰ-কাগজ এৰি লৰালৰিকৈ নিজ নিজ কামত ভীষণ ব্যস্ত হৈ পৰে। তেওঁৰ কাহটো আগন্তুক থমথমীয়া আবহাৱাৰ চাপমানযন্ত্ৰস্বৰূপ। কাৰণ তেওঁ "সচাঁকৈয়ে এটা ভয়লগা বস্তু।" মুখখন সদায় অলপ ওফন্দি থাকে, কিহৰ ওপৰত তেওঁৰ অনবৰত ইমান বিৰক্তি বুজা নাযায়—মামীৰ ওপৰতো হব পাৰে, তেওঁৰ চিৰন্তন কাহটোৰ ওপৰতো হব পাৰে, ভগবানৰ ওপৰতো হব পাৰে (ভগবানে তেওঁৰ লগত ঠিক ভদ্ৰলোকৰ দৰে আচৰণ কৰা নাই বহু কথাত)। অফিচৰ কৰ্ম্মচাৰীসকলে তেওঁৰ অনুপস্থিতিত তেওঁক 'ঘণ্টা বাবু' বোলে (তেওঁলোকৰে ধী-সম্পন্ন এজনে মামাৰ কাহটোৰ লগত এন্দুৰে মেকুৰীৰ গলত ওলোমাব খোজা ঘণ্টাটোৰ এটা সাদৃশ্য বিচাৰি পাইছে)।

যি হওক, মা সন্ত্ৰস্ত হল। "অ', দাদা", মাই অন্যদিনৰ দৰেই ক'লে আৰু মামাৰ হাতৰ পৰা চাদৰখন লৈ থিয় হল। গম্ভীৰ ভাৱে মামাই সুধিলে, ফুলু ক'ত, সি ইয়ালৈ আহিছিল নেকি? মাৰ ভয়েই লাগিল, বুজিলে ফুলুৱে কিবা এটা কৰিছে, আজি বাপেকৰ মাৰ আছে বোধকৰো তাৰ কপালত। "জানো ক'ব নোৱাৰো, অলপ আগতে বেজবৰুৱাহঁতৰ ঘৰৰ সমুখত ক্ৰীকেট্ খেলি থকা দেখিছিলো, ঘৰলৈ যোৱা নাই নেকি?" "আজি আহক সি ঘৰলৈ—" ভয়লগা সুৰত মামাই ক'লে।

চকীত ভালদৰে বহি লৈ মামাই আৰু ডুবাৰমান কাহিলে, তাৰ পাচত চচমাযোৰ খুলি লৈ ধুতিৰ কোণৰ আগেৰে পৰিষ্কাৰ কৰিব ধৰিলে। লগে



লগে সংক্ষিপ্ত প্ৰশ্নেৰে মামাই প্ৰয়োজনীয় খবৰবোৰ সংগ্ৰহ কৰিলে। বিমলা পেহী গলগৈ? ওঁ, ডাঙৰবাপুৱে নদীৰ সিপাৰে গৰুৰগাড়ীত তুলি দি আহিছেগৈ। ৰাস্তা হেনো বৰ বেয়া সেইডোখৰ, হয় নেকি, মাই সুধিলে। মামাই ক'লে, উত্তৰ পাৰৰ গাওঁবোৰৰ ৰাস্তানো কেতিয়া ভাল আছিল, আৰু মাৰ পিনে এটা কঢ়া দৃষ্টিপাত কৰিলে। মা মনে মনে থাকিল। আৰু এবাৰ কাহি লৈ মামাই ক'লে, আজি পাচঁবছৰৰ পৰা সেই ৰাস্তাটো ভাল কৰাৰ কথা চলিছে হে চলিছে, ৰাইজৰো কোনো তৎপৰতা নাই, চৰকাৰৰনো কোনদিনা আছিল? মাই কলে, ঘৰ কাৰো কোনো উদ্যম নাই, সকলোৱে কেৱল কথাহে কয়। মাই কলে, ঘৰ পাওঁতে হেনো ৰাতি হবগৈ, অতথিনি ৰাস্তা বুঢ়ী মানুহজনীয়ে গৰুগাড়ীৰ জোকাৰণি খাই খাই,—আই ঐ দেহি, অন্ততঃ মটৰ এখন যাব পৰাকৈ সৰুকৈ এটা ৰাস্তা থকা হলেও! আৰু দুদিনমান নো বিমলা পেহীক বুজাই-বঢ়াই ৰাখিব নোৱাৰিলিনে, বিৰক্তভাৱে মামাই কলে, ঘৰত গৈনো কিটো কৰিবগৈ, ঘৰত আছেতো মাথো সেই গুণধৰ পুত্ৰেক কেইটা! মাকক ঠগাই সম্পত্তি বুলিবলৈ যি আছে আটাইখিনিতো সেই কেইটাই নিজৰ ভিতৰত ভগাই-বটাই লৈ ঠেঙৰ ওপৰত ঠেঙ তুলি বহিল, মাকক সিহঁতৰ আৰু দৰ্কাৰ কি, স্কাউণ্ড্ৰেল্চ! (এইটো এটা কঢ়া ধৰণৰ গালি, মাই বুজিলে)। আৰু তেওঁৰেইবা অতথিনিৰ পাচতো পুতেকহঁতলৈ ফিৰি যোৱাৰ ইচ্ছা কিয়? মাই কলে, হাজাৰ হওক মাকৰ মন—। "হুঃ!" ক্ৰুদ্ধভাৱে মামাই কলে।

"অ' পাহৰিছিলোৱেই—" মামাই ক'লে, আৰু হাতৰ ব্ৰাউন কাগজেৰে মেৰোৱা পেকেটটো মাৰ হাতত দিলে। এইটোৰ কাৰণেই মাই অধীৰভাৱে অপেক্ষা কৰি আছিল, লৰালৰিকৈ মাই পেকেটটোৰ ৰচিবিলাক খুলিলে আৰু টেবুলৰ ওপৰত ভিতৰৰ কাপোৰটুকুৰা মেলি ধৰিলে। "কেনে বা হল—" মুখখন আৰু অলপ ওফোন্দাই মামাই কলে, তেওঁ কিবা এটা তিতা বস্তু এইমাত্ৰ মুখত সুমুৱা যেন লাগিল মাৰ। "সচাঁকৈয়ে বৰ ধুনীয়া," ৰুদ্ধশ্বাসে মাই কলে আৰু লগে লগে আচল কথাটো মনত পৰিল—"কিমান বা ললে?" মামাই দামটো ক'লে, মাই আচৰিত হৈ মামাৰ মুখৰ পিনে চালে। আশা কৰিছিল মামাৰ মুখত দেখিব, তিতা বস্তুটো যেন তেওঁ এইমাত্ৰ গলাধঃকৰণ কৰিলে। কিন্তু তাৰ কোনো চিহ্ন নাই। মাই বুজি পালে, পেকেটটো খোলাৰ লগে লগে মুখত আনন্দ উদ্ভাসি উঠিছিল, সেইটো মামাৰ দৃষ্টি এৰোৱা নাই। "চন্দ্ৰপ্ৰভাক বেচ শুৱাব," মাই কলে, "কিন্তু ইমান দাম দি

এইখন কিনাৰ নো কি দৰ্কাৰ আছিল মিছামিছি। আৰু তোমালোকে কিনা খনো তো একেই বেনাৰচী চিক্ক, হুবহু একে, বিয়া ঘৰত মানুহবোৰে কি ভাবিব বাৰু!" লবালৰিকৈ মামাই কলে, "কেলেই হবনো, মোৰ ঘৰৰ পৰা দিবলৈ ওলোৱাখনৰ ৰং তেনেই বিভিন্ন, মানুহে ভাবিবৰ কিটো আছে তাত? আৰু যোগেন মাষ্টৰৰ ঘৰৰ বিয়াত উপহাৰৰ জানো কিবা কমতি হব, কোনোবাই যেন চাইহে আছে কত ছুখন একেধৰণৰ বেনাৰচী চিক্ক্ পৰিল! আৰু জনাশুনা মানুহৰ ঘৰৰ বিয়া বছৰতনো কেইখন হয়, দিলে ভালেই কিবা দিব লাগে। আজিকালি আকৌ মানুহবোৰে ছুটকীয়া কিতাপ এখন দিয়েই পাল মৰাৰ বুদ্ধি পাতিছে, কি এখন 'দৃষ্টিপাত' নে কিবা ওলাইছে"—চিক্কটো মাৰ খুব পছন্দ হোৱা বুলি মামীয়ে কৈছিল, সেই কথা মামাই নকলে, তাৰ পৰিবৰ্ত্তে সাড়ম্বৰে কেইবাৰমান কাহিলে আৰু আজিকালিৰ কাপোৰৰ দোকানীবোৰৰ নৈতিক অধঃপতনৰ বিৰুদ্ধে ৰায় দি বহিল, চুইণ্ড্‌লাৰৰ দল! "লাইটটো জ্বলাই পোহৰত চা—" মামাই ক'লে, আৰু চন্দ্ৰপ্ৰভাৰ বেনাৰচী চিক্কৰ কাপোৰখন হাতত ধৰি মুখত দোষীৰ ভাব এটা লৈ উজ্জ্বল বাল্‌ব্‌টোৰ তলত মা থিয় হৈ ৰল।

কিছু সময়ৰ পাচত তেওঁৰ পাহৰি যোৱা খঙৰ কাৰণটো মামাৰ আকৌ মনত পৰিল। মাজৰ ৰুমৰ খিৰিকীৰ কেইবাখনো কাঁচ আজি হুলুৱে ভাঙিছে, তাক মামাই কিমানদিন কৈছে মাজৰ ৰুমৰ সমুখত ক্ৰীকেট নেখেলিবলৈ! দিনৰ দিনটো খালি ক্ৰীকেট আৰু ক্ৰীকেট, ইপিনে অঙ্কত ১৯, ইংৰাজীত ২৭। তাৰ ভৱিষ্যত যে কি হবগৈ ঈশ্বৰেহে জানে! মামাৰ কাহবোৰৰ শব্দধ্বনি সলনি হল, মাই বুজিলে মামাৰ সচাঁকৈয়ে খং উঠিছে ভীষণ। এই অৱস্থাত কি কৰা উচিত মাই ভালদৰেই জানে, সুধিলে, "চাহ খাবা নেকি একাপ।" মামাই কহা বন্ধ কৰিলে আৰু কলে, "পানী গৰম আছে জানো—?" "বহ," মাই সংক্ষেপে কলে আৰু লৰালৰিকৈ বাৰীৰ পিচপিনে গৈ চিঞৰিলে, "হেৰি, বোলো শুনিছে—"। বাহৰ বেৰখনৰ ওপৰেৰে চৈফুদ্দিন অভাৰচিয়াৰৰ ঘৈণীয়েকৰ মুখখন দৃষ্ট হল। মাই সুধিলে, আজিৰ কাগজখন পঢ়া হৈ গৈছে নেকি? কাগজখন লৈ অভাৰচিয়াৰগৃহিনী ঘূৰি আহিল, ক'লে, বন্ধাবঢ়া হৈ গৈছে, কিন্তু "তেওঁ" এতিয়াও অহা নাই বাবে এতিয়াও বিয়াঘৰৰ পিনে ওলাব পৰা নাই, আপুনি বিয়ালৈ নাযায় নেকি? মাই কলে, বৰুৱানীয়ে মাক আহি ঘৰৰ পৰা লৈ যোৱাৰ কথা, আহিব এতিয়াই।



মাৰ হাতৰ পৰা কাগজখন লৈ মামাই ভ্ৰু-কুঞ্চিত কৰি পঢ়িব ধৰিলে। খবৰৰ কাগজত অৱশ্যে পঢ়িব পৰা ভাল কথা একো নাথাকে, কেৱল মাৰ-ধৰ-যুদ্ধ-চোৰ-ডকাইতিৰ কথা আৰু দীঘল দীঘল বক্তৃতা, অত্যন্ত বিৰক্তিকৰ ("এই কাগজবোৰ!" 'তেওঁ কয়), কিন্তু তেওঁ সদায় কাগজখন শেষ কৰিয়েই পঢ়ে (বিজ্ঞাপনবোৰ পৰ্য্যন্ত), বিশেষকৈ কাগজখনৰ বিৰক্তিকৰ সান্নিধ্য নহলে চাহ খোৱাৰ তৃপ্তিটো অসম্পূৰ্ণ হৈ ৰোৱা যেন লাগে তেওঁৰ। অন্ততঃ মাৰ তেনে যেনেই ধাৰণা হয়। তৰকাৰীখন নমাই মাই চাহৰ চৌকাটোত কেটলীটো বহাই দিলে আৰু খৰিবোৰত এটা দীঘল ফু দি ভাবিব ধৰিলে এতিয়া কি কৰা উচিত হব। মাকৰ লগত হুলু নিশ্চয় এতিয়া বিয়াঘৰত আছে। মামাৰ আঠ বজাত মাখন-হাকিমৰ লগত কিবা দৰ্কাৰী কথা আছে, তাৰ পাচতহে ৰাতি এবাৰ মামাই বিয়াঘৰত পাক এটা মাৰি আহিব। ঘৰলৈ উভতি যদি মামাই হুলুক ঘৰত পায়, লৰাটোৰ পিঠিৰ চাল উঠিব আজি নিৰ্ঘাৎ (কি সাংঘাতিক ভাবে দাদাই লৰা-ছোৱালীবোৰক কোবায় খং উঠিলে!)। নাই, তাৰ আগেয়েই ডাঙৰবাপুক বা কাৰোবাক পঠাই হুলুক ইয়ালৈ লৈ আনিব লাগিব যেনে তেনে, কাৰণ মামাক বুজাই কোনো লাভ নাই, (সেই চেষ্টা কোনেও নকৰে)। আজি ৰাতি হুলু ইয়াতে থাকক, কালি পুৱা মামাৰ খঙে শাম কাটিব যেতিয়া—

চাহকাপ কাষলৈ টানি লৈ মামাই মুখখন ওফোন্দাই মাৰ পিনে চালে। সৰু টেবুলখনত মাই কেৰাচিনৰ সৰু টেব্‌ল্‌-লেম্পটো নমাই ৰাখিলে আৰু সমুখৰ সৰু মাটিৰ লক্ষ্মীৰ মূৰ্ত্তিটোৰ পিনে চকু মুদি এবাৰ মূৰ দুপিয়ালে। মামাই বুজিলে যে মাই সেৱা কৰিলে। মূৰ্ত্তিটোৰ পিচপিনৰ ছবিছুখনৰ পিনে এবাৰ তেওঁ কপাল কোঁচাই চালে—এখন আইজনীৰ (তাই "সৰুবাপু" হব বুলি সকলোৱে আশা কৰিছিল), এখন আইজনীৰ দেউতাকৰ। এই ঘৰখন এখন পাগলখানা, তেওঁ আৰু এবাৰ ভাবিলে—(এই কথাটো তেওঁ বহুতক বুজাইছে) বিজুলী চাকিৰ ঘৰত সদায় সন্ধিয়া এটা কেৰাচিন লেম্প জ্বলোৱাৰ মূৰ্খামি আৰু কিমানদিন চলিব কোনে জানে! লেমটো তেৱেঁই আইজনীক কিনি দিছিল, ঘৰটোত তেতিয়াও বিজুলীচাকি লগোৱা হোৱা নাছিল। তাৰ সমুখৰ কিতাপপত্ৰবোৰো, কাৰণ দেউতাক ঢুকোৱাৰ পৰা আটাইখিনি ভাৰ তেওঁৰেই মূৰত পৰিছে। লক্ষ্মীৰ মূৰ্ত্তিটো এদিন পূজাৰ বজাৰত আইজনীৰ পচন্দ হৈছিল। তাৰ তলৰ পিনে এটা ফুটা আছে, ভিতৰখন ফোপোলা, তাত আইজনীয়ে জমা কৰা চাৰে চৈধ্য

অনা পইচা এতিয়াও আছে। হঠাৎ মামাই বুজিব পাৰিলে, ইমান সময় কাণত বিৰক্তিকৰ ভাবে বজা শব্দটো ওচৰৰ যোগেন মাষ্টৰৰ ঘৰৰ পৰা অহা লাউড্‌স্পীকাৰৰ অস্পষ্ট গানৰ সুৰ। নুইচেন্স! আজি ৰাতি গোটেই চহৰখনৰ কাকো শুবলৈ নিদিয়ে, মানুহবোৰৰ যে কেতিয়া চিটিজে'নশ্বিপৰ চেতনা আহিব ঈশ্বৰেহে জানে।

চন্দ্ৰপ্ৰভা আইজনীৰ লগত একেলগে পঢ়িছিল, বিয়াঘৰত গৈ মাই হঠাৎ কান্দিব আৰম্ভ নকৰিলেই হৈছে! মামাৰ মুখৰ পিনে চাই মাই বুজিব পাৰিলে লাউড্‌স্পীকাৰৰ গান শুনি মামা হঠাৎ নিস্তব্ধ হৈ গৈছে, মাৰ মুখৰ পৰা ওলাই আহিল, অতদিনে আইজনীৰো বিয়াৰ বয়স হলহেঁতেন, নহয় দাদা? কথাটো কৈয়েই মা অপ্ৰস্তুত হৈ পৰিল, মামাৰ মুখৰ পিনে চাই ভয়ে ভয়ে বৈ গল। মামাই ক'লে, "চা, সেইবোৰ ভাবি আৰু কোনো লাভ নাই, এতিয়া ডাঙৰবাপুৰ কথাতহে মন দিব লাগে। যোৱা কথা গল। আমাৰ সাধ্যৰ খিনি আমি কৰিছো। দেউতাক নথকাই চিকিৎসা যত্নৰ কোনো ত্ৰুটি হোৱা নাই। কোনো ডাক্তৰে কি অসুখ ধৰিব নোৱাৰিলে, সেইটো আমাৰ অদৃষ্ট—।" কৰ্মফল, মাই ক'লে, মোৰেই কিবা কৰ্ম্মফল। ৰাবিশ্, মামাই কলে আৰু কাগজখন মুখৰ সমুখত টানি ধৰিলে, মাই যদি হঠাৎ উচুপিব আৰম্ভ কৰে তেওঁ যেন দেখিব লগা নহয়।

এই অস্বস্তি ভাঙিবলৈকে যেন হঠাৎ মাই কলে, তোমাৰ চাহ চেঁচা হৈ গল—। কাপটো মামাই হাতত ললে আৰু সুধিলে, ডাঙৰ বাপু কত? প্ৰণবৰ দুৱাৰখনৰ পিনে মাই চকু ঘুৰাই চালে, দুৱাৰৰ ফাকেৰে কোনো পোহৰৰ ৰেখা দেখা নগল। মাৰ ভয় লাগিল হঠাৎ, বোধকৰো সি আকৌ মনে মনে এন্ধাৰত বহি আছে। লৰালৰিকৈ মাই কলে, সি পঢ়িছে হবলা, সোমবাৰে তাৰ পৰীক্ষা নহয়—। মামাই কলে, এই কাল-সন্ধিয়া তাকনো পঢ়িবলৈ দিয় কিয়, এইদৰে সি পণ্ডিত নহলেও হব, দিনৰ দিনটো কৰে কি সি? তাক এবাৰ বিয়াঘৰৰ পৰা মুখখন দেখুৱাই আহিবলৈ ক, যোগেনহঁতে ভালকৈয়ে বেয়া পাব নহলে। মাই কলে, মই তাক মাতিছো বাৰু—

প্ৰণবৰ দুৱাৰখন খুলি মাই লৰালৰিকৈ ভিতৰৰ পৰা বন্ধ কৰি দিলে (হে ঈশ্বৰ, মামাই যেন লক্ষ্য কৰিবলৈ সময় পোৱা নাই কোঠাটো এন্ধাৰ)। মাই কলে 'ডাঙৰ বাপু—' আৰু চুইচটো টিপি দিলে। কোঠাটো উজ্জ্বল পোহৰত



ভঁাহি গল, টেবুলৰ পৰা এটা দ্ৰুত খচমচ শব্দ হল, যেন প্ৰণব চক খাই উঠিল এই আকস্মিক ঔজ্জল্যত। কিন্তু তাৰ মুখখন মাই দেখাৰ আগেয়েই সি চাট মাৰি বাৰান্দালৈ ওলাই গল। মাই বুজিলে সি কিবা এটা লুকাব খুজিছে, সি কান্দিছিল নেকি? তাৰ পিচে পিচে মা বাৰান্দালৈ গ'ল, এন্ধাৰত তাৰ মুখখন দেখা নাপালে। এই সময়ত তাক এই বিষয়ে একো নোকোৱাই ভাল হব। মাই সহজ ভাৱে কলে, "মামাৰে মাতিছে তোক—", আৰু মামাৰ কাষলৈ উভতি আহিল।

প্ৰণব আহি মামাৰ কাষত থিয় হল আৰু আঙুলিৰে কামিজৰ বুতামটোত পাক দিব ধৰিলে, মামাই বটাৰ পৰা তামোল এখন মুখত দিলে আৰু তেওঁৰ জৰ্দাৰ কৌটাটো খুলি মুখখন ওফোন্দাই তাৰ পিনে চলে। সি উত্তেজিত আৰু 'নাৰ্ভাচ' হৈ আছে, মাই বুজিলে, আৰু কুণ্ঠিতভাবে এতিয়া কি হয় চাবলৈ থিয় দি ৰল। শ্বেড্ নোহোৱা বাল্‌ব্‌টোৰ তলত থিয় হৈ, মামাৰ ওফোন্দা মুখৰ পিনে চাই অন্যদিনৰ দৰে আজিও প্ৰণব ছবিঘৰৰ পৰা ৰাস্তালৈ ওলাই আহিল। তাৰ মনত পৰিল, আমাৰ চহৰখনত সন্ধিয়া নামি আহিছে, আমাৰ ঘৰৰ সমুখৰ ৰাস্তাটোত নিশা নামি আহিল, সচাঁ, কিন্তু লণ্ডন আৰু পেৰিচ আৰু নিউইয়ৰ্ক গোলকটোৰ সিপিনে, সেইবোৰ ঠাইত খুব সম্ভবতঃ এতিয়া দিনৰ ৰদৰ তীব্ৰ পোহৰ, ৰাস্তাত বৰফ গলিব আৰম্ভ কৰিছে, কৰ্ম্মব্যস্ত নৰ-নাৰীৰ ভীৰ। ভেনিচৰ জলপথৰ গন্দলাবোৰত আৰু পিয়াৎচা চান্ মাৰ্ক'ৰ পাৰ-চৰাইবোৰৰ মাজত হয়তো মাৰ্কিন ভ্ৰমণকাৰীৰ সংখ্যাই বেচি, হফ্‌মানৰ বাৰকাৰ'লৰ ঠাইত ভেনিচৰ বতাহত হয়তো এতিয়া জাজ্‌বাদ্যৰ আৱাজ। আৰু অসম লিঙ্ক এক্সপ্ৰেচৰ তৃতীয় শ্ৰেণীৰ ডাব্বাবোৰৰ লাইটবোৰ যে সদায় নিয়মমতে জলিবই এনে কোনো কথা নাই, আমাৰ ৰেলগাড়ী আৰু মুচলিনীৰ ৰেলগাড়ীৰ মাজত তফাৎ আছে এটা।

মামাই কলে, তই পঢ়িছিলি নেকি? প্ৰণবে একো নকলে। মামাই কলে, পঢ়িছিলিনে অন্য কিবা কৰিছিলি? মাই বুজিলে, মামাই প্ৰণবৰ সাহিত্যচৰ্চ্চাৰ কথা ইঙ্গিত কৰিছে। লৰালৰিকৈ মাই কলে, তাৰ পৰীক্ষা সোমবাৰে। মামাই ধৰি ললে তাৰ মানে সি পঢ়িছিল, কলে, 'আমিও পৰীক্ষা দি পাইছো। সেই বুলি কাল-সন্ধিয়া ঘৰত ভূতৰ দৰে সোমাই থাকিব লগা হোৱা নাই। দিনটো সেই বেৰেবিৰাং সোপা নিলিখি অলপ পঢ়াশুনা কৰিলেই হয়। কামৰ সময়ত

কাম, ধেমালিৰ সময়ত ধেমালি, সকলো কথাৰে একোটা নিৰ্দ্দিষ্ট সময় আছে, **work while you work, play while you play.** বা এতিয়া এবাৰ বিয়াঘৰৰ পৰাই আহগৈছোন, সমাজত থাকিলে সমাজৰ নিয়ম-কানুন মানি চলিব লাগে, এইখিনি সময় নপঢ়িলেও একো মহাভাৰত অশুদ্ধ নহয়, পৰীক্ষালৈতো এতিয়াও পাচঁদিন সময় আছে, ঢেৰ সময়।' মাই দেখিলে প্ৰণবে বুতামটোত বেচি ঘনঘনকৈ অতি জোৰে জোৰে পাক দিব ধৰিছে, বোধকৰো বুতামটো চিঙি পেলাব এতিয়াই। তাৰ চকু দুটা এবাৰ কোচ খাইছে, এবাৰ মেল খাইছে মামাৰ কথাবোৰৰ লগে লগে, কান্দি নেপেলালেই হয় ( ইমান ডাঙৰ লৰা, কলেজত পঢ়ে, এতিয়াও তাৰ সেই স্বভাৱটো নগল ! ) মাই ক'লে, নহয়, চাৰিদিন। মামাই ক'লে, কেলেই, আজি বৃহস্পতিবাৰ নহয় জানো ? নহয়, আজি শুকুৰবাৰ। মামাই বিশ্বাস নকৰিলে। চোৱা, আজি শুকুৰবাৰ হয় আকৌ, মাই কলে আৰু খবৰৰ কাগজখনৰ তাৰিখটো আঙুলিৰে দেখুৱালে। বিৰক্তভাৱে মামাই কলে, "এই কাগজবোৰ—!"

ধীৰে ধীৰে প্ৰণবে কলে, যাবৰ মন যোৱা নাই। মামাই কিছু সময় তাৰ মুখৰ পিনে চাই ৰল, আৰু তেৰোঁ ধীৰে ধীৰে ক'লে, মুখত সেইবোৰ কি লগাইছ ? মুখখন ধুই পেলাগৈ এতিয়াই। মাই কলে, ডাঙৰ বাপু ! দাদাই কি কৈছে শুনচোন, যাচোন বাৰু এবাৰ দেখা দিয়েই আহগৈ। কিন্তু মাই বুজিলে যে মামাইও কিবা এটা বুজি পাইছে, তাক আৰু পুনৰ্বাৰ বিয়াঘৰলৈ যাবলৈ নকয় কেতিয়াও। মুখখনত সেইবোৰ কি লগাইছে অৱশ্যে মাই অনুমান কৰিব পাৰিলে—চকুপানীৰ দাগ, খুব সম্ভবতঃ লাইটৰ পোহৰত মামাই বুজিব পৰা নাই।

ভিতৰত যেতিয়া মাই তাক মুখখন মচিবলৈ গামোচাখন আনি দিলে, প্ৰণবে তলমূৰ কৰি ধোৱা মুখখন মচিব ধৰিলে। মাই মনে মনে হাঁহিলে, বুজিলে সি অলপ লাজ পাইছে। চাই দেখিলে, বুতামটো ঠিকেই আছে এতিয়াও। ৰক্ষা ! "সচাঁকৈ নাযাৱ নেকি ?" মাই সুধিলে। 'যাব লাগিবই নেকি ?' প্ৰণবে সুধিলে। মাই যদি যাব লাগে বুলি কয় অগত্যা যাবই লাগিব। ( কেইদিনমানৰ পৰা সি মানুহ-দুনুহৰ ভীৰ ভাল নোপোৱা হৈছে, চাৰিজন মানুহৰ মাজত পৰিলেই নাৰ্ভাচ )। মাই আকৌ এবাৰ মনে মনে হাঁহিলে আৰু সুধিলে, "কলৈনো যাৱ তেনেহলে ?" প্ৰণবে একো নামাতিলে। মাই কলে, "চাহ খাবি নেকি ? দাদালৈ



কৰা পানী গৰমে—,"। স্বস্তিৰ নিশ্বাস পেলাই লৰালৰিকৈ প্ৰণবে কলে, "নাই, নাই, মই যাওঁ এতিয়া।" বেচি ৰাতি নকৰিবি, মাই কলে, আৰু দুলুৰ কথাটোও কলে। বুজিলে, সি পলাব পাৰিলে ৰক্ষা পায় এতিয়া। তথাপি যোৱাৰ কোনো উপক্ৰম নকৰি সি থিয় হৈ ৰল। মাই সুধিলে, কিমান লাগেনো ? কি আছে চা মোৰ চাদৰৰ আগত, চাবিৰ গাঠিত। আঠ অনামান থাকিব লাগে, আটাইখিনি নিনিবি আকৌ—

মামাই সুধিলে, ডাঙৰ বাপু ওলাই গল নেকি ? সি সচাঁকৈ পঢ়াশুনা কৰিছে নে সেইসোপা লিখিছে ? সি চায়েন্স পঢ়িব খোজে নে সাহিত্যিক হব খোজে ঠিক কৰি নেপেলায় নো কেলেই এইদৰে খেপিয়াই নাথাকি, শেষত ইকুলো নহব সিকুলো নহব, এইখিনি বিবেচনা-বুদ্ধি তাৰ হব লাগিছিল দেখোন অতদিনে ! মাই কলে, চায়েন্স্ পঢ়িলেও হেনো সাহিত্যিক হব পাৰি। মামাই কলে, এইবোৰ কথানো সি কত পঢ়িছে। নিউটনে নো কোনদিনা লুইতৰ বুকুত বেলি মাৰযোৱাৰ কবিতা লিখিছিল। মাই মনে মনে ভাবিলে, লুইতৰ বুকুত নহলেও অইন কোনোবা বিলাতী নদীৰ বুকুত হয়তো—কিন্তু ফুটাই কলে, মহেশে হলে কয়, ডাঙৰ বাপুৰ হাত বৰ কেঁচা নহয়, চেষ্টা কৰিলে কিবাকিবি লিখিব পাৰিব লাগে। মুখখন ওফোন্দাই মামাই কলে, বাৰু মহেশৰ কথা থ। সি আকৌ কেতিয়াৰ পৰা এইবোৰ কথাত ৰায় দিব পৰা হল। আটাইখন পকিল, আটাইখন একো একোজন অথৰিটি ! সি যদি সঁচাকৈয়ে এটা চেক্সপীয়াৰ-মিল্টন হব পাৰে তো আমি সমূহ ৰাইজে ভালেই পাওঁ। এইখন দেশত মূল কথা হল আগে ভাত এমুঠি উলিয়াৰ বাটটো ঠিক কৰি লব লাগিব, বাকীবোৰ পাচৰ কথা। **First things first**। ভাল কথা, মহেশক ভাড়াটো আদায় কৰিবলৈ পঠাইছিলিনে ? মাই কলে, এৰা, কিন্তু মহেশ এতিয়াও আহি নোলালহি দেখোন, ৰাতি আহিব হয়তো। মামাই কলে, সি কিবা আনিব পাৰিব বুলি মোৰ ধাৰণা নহয়, দত্তৰ দৰে ঘৰভাড়া সংক্ৰান্ত কথাত দিগদাৰি দিব পৰা মানুহ নায়েই বুলিব পাৰি। কাকো বিশ্বাস কৰিব নোৱাৰা হ'ল ; কাৰোবাৰ যদি তিলমাত্ৰ ৰেচপন্চিবিলিটিৰ জ্ঞান থাকিলহেঁতেন ! বাৰু সম্প্ৰতি এইখন হাতত ৰাখ, যদি ভাড়াটো এই মাহৰ ভিতৰত পোৱা নাযায়—

নোট এখন উলিয়াই মামাই টেবুলৰ ওপৰত ৰাখিলে আৰু কহা বন্ধ কৰি পুনৰ জৰ্দাৰ কৌটাটো খুলিব ধৰিলে। মাই কলে, এতিয়া থাককচোন বাৰু

তোমাৰ হাততে, মহেশ অহালৈ চাওঁ। কিন্তু মামাই সেই কথাৰ কোনো উত্তৰ নিদি ক'লে, মহেশক কালি এবাৰ মোৰ তালৈ যাবলৈ কৰি······মাখন-হাকিমে বা আকৌ কি মূৰ্ত্তি ধৰি আছে কোনে জানে······আহক সি আজি ঘৰলৈ······। মৰসাহ কৰি মাই কলে, তাক অলপ ভালদৰে বুজাই কলেই দেখোন হয় দাদা, মাৰিবনো লাগিছে কেলেই ? কঢ়া দৃষ্টিপাত কৰি মামাই কলে, "হুঃ?" ( অৰ্থাৎ, হৈছে, হৈছে, তই আৰু মোক বুজাব নালাগে ) ; মাৰ বুকুৰ ৰক্ত হিম হৈ গ'ল।

বাহিৰত এখন জীপ থামিল। প্ৰথমে যিজন মানুহ চালকৰ আসনৰ পৰা খেলুৱৈৰ দৰে জপিয়াই নামিল তেওঁ মহেশ বৰুৱা ; তেওঁৰ গাত দামী চুট, সমুখৰ দাঁতটো সোণেৰে বন্ধোৱা আৰু তেওঁ মাক বাইদেউ বোলে, তেওঁ আবকাৰী ইন্স্‌পেক্টৰ ( দুষ্টলোকে কয়, তেওঁ বৰ বেছি ভেটি খায়, কিন্তু মাই কথাটো বিশ্বাস নকৰে, ভেটি খোৱা হলে দেখোন তেৰোঁ উদ্ধৱ মহাজনৰ দৰে এখন চিকুচিকিয়া গাড়ী কৰিব পাৰিলেহেতেন। মামাই এই বিষয়ে মন্তব্য কৰিবলৈ নাৰাজ )। দত্তৰ লগত আজি তেওঁৰ এক অধ্যায় হৈ গৈছে—কি ধৰণৰ মানুহ আপুনি, বেশতো নামকৰা উকীল, আপোনাৰ ইন্‌কামো কম্‌চেকম হাজাৰ দুহাজাৰৰ কম নহয়, সকলোৱে জানে। বিধবা মানুহ এগৰাকীৰ এই সামান্য ভাড়াটো এনেকৈ এশ-এটা অজুহাত দেখুৱাই সদায় সদায় আটকাই ৰখাৰ কি যাষ্টিফিকেচন······ অৱশেষত তেওঁ দত্তৰ লগত এটা বন্দবস্তলৈ আহিছে : বেছ, এইবাৰলৈ ভাড়াৰ আধা টকা তেওঁৰ জেপৰ পৰাই দিব দত্তই দিয়া বুলি ; মাহৰ শেষত যদি দত্তই পুৰা ভাড়াটো শোধাই নিদিয়ে আৰু যদি এই গোপনীয় কথাটোৰ বিষয়ে মাই কিবা ঘুণাক্ষৰেও জানিবলৈ পায় তেনেহলে—। তেনেহলে কি হব ভাবি ভয়ে ভয়ে দত্ত অগত্যা ৰাজী হৈ গ'ল, হয়তো 'তেনেহলে' মিৰ্জ্জামল ভুৰামলৰ স্মাগ্‌লিং কে'চটো জিকাৰ তেওঁৰ কোনো আশা নাথাকিব বুলি ভুৰামলে বুজি পাব। দ্বিতীয় মানুহজন প্ৰায় আঠুমূৰীয়া ধুতি পিন্ধা আৰু চাদৰ লোৱা, দেখি হঠাৎ উত্তৰ-প্ৰদেশৰ কংগ্ৰেছকৰ্ম্মী বুলি ভুল হয়, তেওঁ লোকেন ভট্ট, তেওঁ মাক মাহীদেউ বোলে, আই-এ কলেজত দৰ্শন পঢ়ায়—তেওঁ অতি ধীৰে-সুস্থিৰে সাৱধানে নামিল, মাই জীপখনত উঠানমা কৰোতে যেনেদৰে সাৱধান হয়, প্ৰায় তেনেদৰে ( তেওঁ দাৰ্শনিক, এই কথা মাৰ বিশ্বাস নহয় ; মামাই কি ভাবে



সেই কথা অন্ততঃ লোকেন ভট্টৰ সমুখত উহ্য ৰখাই সুৰুচিসঙ্গত )। তেওঁ আজি বহুদিনৰ মূৰত উজনিৰ গাড়ীত আহিছে, কালি এটা মোকৰ্দ্দমাত তেওঁ 'জুৰীত' বহিব লাগিব। দাৰ্শনিকে হাতত ঘৈণীয়েকে মাহঁতলৈ কৰি পঠোৱা আচাৰৰ বটল দুটা কঢ়িয়াইছে। এওঁলোকে কি সূত্ৰত মাক যথাক্ৰমে বাইদেউ আৰু মাহীদেউ বোলে সেইটো জট-লগা, অন্ততঃ কাৰোবাক বুজাব লাগিলে প্ৰণৱে প্ৰায় অঙ্ক কৰি সম্বন্ধবোৰ বাহিৰ কৰিব লগা হয় ( ৰিলেটিভিটি আৰু ইয়াতকৈ কি কঠিন ! )।

( মহেশ বৰুৱা বস্তুতঃ আধাঘণ্টা আগেয়েই ইয়ালৈ আহিছিল অকলে, কিন্তু ঘৰ সোমায়েই তেওঁ ভিতৰত 'ঘণ্টাবাবু'ৰ কাহ শুনি দৌৰ মাৰি আকৌ ওলাই গুচি গৈছিল। তাৰ অলপ পাচতে 'দাৰ্শনিক'জন আহি ওলাইছে। কথাটো শুনি দাৰ্শনিকে নিতান্ত অ-দাৰ্শনিকসুলভ গিৰ্জ্জনিৰে হাঁহিব ধৰিলে, সুধিলে মিষ্টাৰ বে'লৰ সাম্প্ৰতিক বিভীষিকা—তেওঁ current terrorৰ তৰ্জ্জমা কৰি দিলে—কি। কেইদিনমানৰ পৰা মামাই হেনো মহেশ বৰুৱাক ধৰি বহিছে, তোমালোকতো একচাইজৰ মানুহ, গোটেইখন আণ্ডাৰৱৰ্ল্ড তোমাৰ চিনাকি, জেলত কাঠৰ কাম শিকি অহা সম্ভীয়া মানুহ এটা মোক যোগাৰ কৰি দিয়া। তেনেকুৱা মানুহ এটা বাৰু তেওঁ লাগে বোলোতেই ক'ত বিচাৰি পায়, বাধ্য হৈ তেওঁ পলাই ফুৰিছে। লোকেন ভট্টই কলে, ঠিকেই কৰিছে, পলায়ণবাদ পৃথিবীৰ শ্ৰেষ্ঠ দৰ্শন। )

তেওঁলোকে মাক বিয়াঘৰলৈ লৈ যাবলৈ আহিছে, বৰুৱানীক কৈ আহিছে তেওঁ আহিব নালাগে, যাওঁতে তেওঁকো উঠাই লৈ যাব।

"বাইদেউ, কাক লৈ আহিছো চোৱা,' চিঞৰি চিঞৰি মহেশ বৰুৱাই ক'লে, কিন্তু প্ৰচুৰ পৰিমাণে হাত-মুৰ জোকৰা স্বত্বেও তেওঁ আৰু দ্বিতীয় কথা কোৱাৰ সুযোগ নাপালে, মাই ক'লে, ''এ' প্ৰফেচাৰ দেখোন, ক'ৰ পৰানো ওলালাহি,—", আৰু দাৰ্শনিককেই ক্ষেত্ৰখন সম্পূৰ্ণভাৱে অধিকাৰ কৰি বহিল। ঘৰৰ খবৰ, লৰাছোৱালীবোৰৰ খবৰ, কাৰ চাৰিটা দাঁত ওলাইছে অলপতে, কাৰ কনষ্টিপেচন, ইমান দিনে ক'ত কি পৰিবৰ্ত্তন হ'ল। মাই ক'লে, আগেয়ে সদায় আমাৰ ঘৰতে আহি উঠিছিলা, আজিকালি আমাৰ দিন বেয়া হ'ল কাৰণে আৰু আহিবলৈ নাপায় নেকি ? দাৰ্শনিকে কলে, এ নাই নাই মাহীদেউ, তেনেকৈ নকব। আজি ৰাতিটো মাত্ৰ বৰুৱাৰ ঘৰত, কালি-পৰহি 'জুৰী' হৈ গলেই ইয়ালৈ উঠি আহিম, নিশ্চিন্ত থাকক। উঃ কিমান দিন আপোনাৰ হাতৰ ইলিশ-মাছ

ভজা খোৱা নাই—। মাই ভজা ইলিশ-মাছৰ সম্বন্ধে দাৰ্শনিকৰ পুৰণি উৎসাহ মাৰ নিমিষতে মনত পৰিল, মাই কলে, "কাইলৈৰ বাবে কিছু মাছ ভাজি থোৱাই আছে, অলপ গৰম কৰি আনি দিওঁ ?" নাই, নাই, এতিয়া নহয়, এতিয়াতো বিয়াঘৰলৈকে যাম বুলি আহিছো, তাৰোপৰি বৰুৱানীও বৈ আছে—। মাই ক'লে, "কিমাননো সময় লাগিব, ছুমিনিট মাত্ৰ, চোৱাচোন বাৰু মাহীদেউৰ হাতখন আগৰ দৰেই আছে নে নায়েই, বহা, বহা, মই এতিয়াই গৰম কৰি আনি দিছো—"

মাই আজিকালি অৱশ্যে মাছ নাখায়, কিন্তু ডাঙৰবাপুৱে, ছুলুহঁতে, মহেশ বৰুৱাহঁতে, আটাইয়ে মাছভজা আৰু মুৰ্গীৰ্ঘণ্ট বাক্সৰ দৰে খায় ; গতিকে মাই আজিও মাছ ৰান্ধে—( সকলোৱে মাক বুজাই দিছে নিজ নিজ দৃষ্টিভঙ্গীৰ পৰা, যে মাছ ৰান্ধিলে—খাবলৈ মান্তি নহলেও অন্ততঃ অইনৰ পাতত দিবৰ কাৰণে—কোনো শাস্ত্ৰ অশুদ্ধ নহয়। ) মাৰ পাছে পাছে মহেশ বৰুৱা পাকঘৰ পালেগৈ আৰু মাৰ হাতত "দত্তই দিয়া" ভাড়াৰ আধা টকা দিলে, দত্তৰ নিয়মানুবৰ্ত্তিতাত মা আচৰিত হ'ল। খৰ কৰা বাইদেউ, বৰুৱানী বৈ আছে,—মহেশ বৰুৱাই কলে। মাই কলে, বোৱাচোন বাৰু একদণ্ড, কিনো ঘোড়াত উঠি আহিছা, আমি ছুমিনিট দেৰীকৈ গলে কিবা আৰু বিয়া নহৱগৈ নে, অতদিনৰ মূৰত প্ৰফেচাৰ আহিছে—। "বাৰু, বাৰু," অধৈৰ্য্যভাৱে মহেশ বৰুৱাই কলে, "অলপ লৰালৰি কৰা কিন্তু……আৰু, বহিবই যদি লাগে···পানী গৰম আছে নেকি ?" মাই আকৌ মনে মনে হাঁহিলে। ( চাহৰ পানী গৰম নাথাকে বুলি আটাইখনে জানে, কিন্তু ডাঙৰবাপুৰ পৰা মামালৈ সকলোৰে সেই একেই ফৰমুলা )। "বিয়াঘৰত ঘণ্টা বাবুক লগ নাপালেই হয় এতিয়া।" মাই মুখত কাপোৰ দি হাঁহিলে আৰু ক'লে, ধেৎ, নাপায় তেনেকৈ কব।

অকলে অকলে বহি লোকেন ভট্টই কোঠালিটো লক্ষ্য কৰিলে। মেৰামতিৰ দৰ্কাৰ, এৰা, কিছু মকৰাৰ জালো দেখা গৈছে অ'ত ত'ত ; আগেয়ে এনেকুৱা নাছিল কোঠালিটো, টেবুলখনত বহি চিঞৰি চিঞৰি আইজনীয়ে পঢ়া মুখস্থ কৰিছিল, কোঠালিটোত শব্দ আৰু এটা বেলেগ ধৰণৰ সজীৱতা আছিল। আইজনীৰ কিতাপবোৰ তেওঁ আকৌ লক্ষ্য কৰিলে, আৰু ছবি ছুখন, আৰু লক্ষ্মীৰ মূৰ্ত্তিটো—তাৰ ভিতৰত কিমান পইচা আছে তেৱেঁা জানে। কেবাচিনৰ লেমটো—অইনৰ আগত তেওঁ সেইটোক "আইজনীৰ আলাদিনৰ বাতি" বুলি কয়—মাহীদেউয়ে আজিও জ্বলাইছিল, তেওঁ ভাবিলে। আইজনীৰ ৰঙা-বকলাৰ "গল্পৰ বহী" খন তেওঁৰ দৃষ্টিয়ে বিচাৰি উলিয়াবৰ চেষ্টা কৰিলে, কিন্তু সফল নহল



( তাইহঁতৰ শ্ৰেণীৰ ছোৱালীবোৰৰ 'দাপোন' বুলি এখন হাতে-লিখা আলোচনী আছিল )। ওপৰত ৰং-বিৰং পালতৰা নাওৰ ছবি-অঁকা সৰু বিলাতী টফিৰ টিনটো তেওঁ চিনিব পাৰিলে—তাৰ ভিতৰত কি আছে সেইটোও তেওঁ জানে—তেওঁৰ সৰু জীয়েকৰো তেনেকুৱা এটা টিন আছে—পেন্সিল আৰু ৰঙা-নীলা পেন্সিল, পেন্সিল কটা কল, চুলিত বন্ধা ফিতা, চেফ্‌টি-পিন্‌, বেজী-সূতা, হয়তো ছুটা মান বুতাম, হয়তো ছুই চাৰিটা নীলা-ৰঙা ৰংপতাৰে মেৰোৱা টফি। হঠাৎ তেওঁ বুজিব পাৰিলে যে যিখন বিছনাৰ ওপৰত তেওঁ বহি আছে, সেইখন তেওঁৰ পৰিচিত, আগৰ দৰেই খুটি এটা অলপ লৰ-চৰ, বাগৰ সলালে এটা বিশিষ্ট ধৰণৰ কেঁক্‌ কেঁক্‌ শব্দ হয়, গাৰুৰ পিচপিনৰ কাঠৰ-কামৰ নক্সাখনো তেওঁ চিনিব পাৰিলে। ঢুকাবৰ আগে আগে আইজনীৰ অসুখৰ সময়ত পৰ দিবলৈ এইখন বিছনাত বহু ৰাতি তেওঁ শুইছে, আৰু ডাঙৰবাপু, আৰু মহেশ বৰুৱা, আৰু ৰতন ( ৰতনে আজিকালি কি কৰে, তেওঁ ভাবিলে ), এনেকি মাজে মাজে মিষ্টাৰ বে'ল্‌ পৰ্য্যন্ত। কোঠাটোত এতিয়া আইজনীৰ বিছনাখন নাই, সেই ঠাইত ছুটা পুৰণি ট্ৰাঙ্ক, এইখনত আজিকালি মাই শোৱে। আচৰিত কথা, কি দৰে আজি এই সজ্জাটোকে স্বাভাবিক আৰু অভ্যস্ত যেন লাগিছে। ৰঙা-বকলাৰ বহীখন কিয় টেবুলত নাই ভাবি তেওঁ আচৰিত হল। অষ্টমমানৰ ছোৱালীজনীৰ কিয় হঠাৎ পাৰ্লবাক্‌ হোৱাৰ উৎসাহ হ'ল সেইটোও অলপ আচৰিত হবলগীয়া কথা। অথবা হয়তো মুঠেই আচৰিত নহয়। তেওঁৰ মনত পৰিল, তাই নথকাত তেওঁ আৰু মাই বহীখনৰ পৰা পঢ়িছিল আৰু হাঁহিছিল হো হো কৰি। আজিলৈ হয়তো সচাঁকৈয়ে লিখাবোৰে তিমান কৌতুকৰ উদ্ৰেক নকৰিলেহেঁতেন—তাই বহীখনত লিখি থকাহেঁতেন। বস্তুতঃ 'জীৱনৰ কথা'—নহয়, নহয়—'জীৱনৰ ৰূপকথাত' সচাঁকৈয়ে এটা Symoblism প্ৰয়োগৰ ক্ষীণ সম্ভাবনাও যেন তেওঁ লক্ষ্য কৰিছিল ( এতিয়াও যোলত ভৰি দিয়া নাই, ইতিমধ্যেই তাই জীৱনৰ ৰূপকথা বুজি পোৱা হল !! )। 'জীৱনৰ ৰূপকথা'টো তেওঁৰ হঠাৎ আৰু এবাৰ চাবৰ ইচ্ছা হল, তেওঁ বিছনাখনৰ পৰা উঠি গৈ টেবুলখনত বিচাৰিলে। বহীখন তাত নাই। তেওঁ অলপ আচৰিত হল, অকস্মাৎ তেওঁৰ কিবা এটা হেৰাই পেলোৱা যেন লাগিল—মাজে মাজে কলেজৰ পৰা উভতিবৰ সময়ত যেনেকৈ মনত খেলায় যে কমন-ৰূমত তেওঁ কিবা এটা এৰি থৈ আহিছে, কি এৰি থৈ আহিছে মনত পেলাব পৰা নাই। তেওঁ তীব্ৰ ভাৱে এটা চিগাৰেটৰ প্ৰয়োজন অনুভৱ কৰিলে,

আৰু লৰালৰিকৈ চিগাৰেট এটা জলাই তেওঁৰ মনত পৰিল তেওঁ কি হেৰাইছে—কথাটো কোনখন উপনিষদত আছিল তেওঁ গোলমাল কৰি পেলাইছে, ঠিক কি ধৰণে কথাটো প্ৰকাশ কৰা হৈছিল সেইটোও তেওঁৰ গণ্ডগোল হৈ গৈছে, তেওঁৰ নিজৰ ওপৰতে খং উঠিল, তেওঁৰ স্মৰণশক্তি দিনে দিনে অধঃপাতে যাব ধৰিছে, তেওঁ ভাবিলে। "চৰাই উৰি গলে যেনেকৈ বতাহত কোনো দাগ ৰাখি নাযায়, মাছে যেনেকৈ পানীত কোনো দাগ ৰাখি নাযায়,···"তেনেদৰেই জানো এটা অবিকশিত জীৱন, আৰম্ভ কৰা সৃষ্টি-প্ৰচেষ্টা কতো কোনো চিহ্ন, কতো কোনো চাপ নৰখাকৈ···ইপিনে সিপিনে দৃষ্টিপাত কৰি তেওঁ আৰু এবাৰ ৰঙা বকলাৰ বহীখন বিচাৰিলে। কিন্তু চাপ এটা, এটা চিহ্ন, এটা **impression** হয়তো তথাপি বৈ গৈছে—এটা আবিষ্কাৰৰ আনন্দপ্ৰবাহ তেওঁৰ মনেৰে বৈ গল—হয়তো ডাঙৰবাপুৰ সাহিত্যিক হোৱাৰ ইচ্ছাৰ মাজত, তাৰ চিন্তা আৰু চেষ্টাৰ মাজত তাৰ উপাদান বৈ গৈছে। কিছুদিন আগেয়ে মাই তেওঁলৈ এখন চিঠি লিখিছিল, ডাঙৰ বাপুয়ে আজিকালি মাহে কেইবা দিস্তাও কাগজ নষ্ট কৰে। লোকেন ভট্টৰ মনত পৰিল, প্ৰথম যিদিনা আলোচনী এখনত ডাঙৰবাপুৰ লিখাটো ওলায়, মাই কেনেকৈ সেইদিনা ঘৰলৈ অহা প্ৰতিজন মানুহকে লিখাটো দেখুৱাইছিল, মুখত চেষ্টা কৰিও কোনোমতে ঢাকি ৰাখিব নোৱাৰা গৰ্ব্বৰ হাঁহি। কেনেকৈ মাই পাতটো মেলি ধৰি আগ্ৰহেৰে চাইছিল, ছপাৰ আখৰত ডাঙৰবাপুৰ নাম, গোটেইখন পাতত ডাঙৰবাপুৱে লিখা কথা, বগা কাগজৰ ওপৰত ছপাৰ আখৰত সুস্পষ্ট আৰু স্থায়ী··· তাৰ ছমাহ পাচত আৰু এখন আলোচনীৰ ওপৰত আৰু এবাৰ মাৰ ব্যগ্ৰ আনন্দিত মুখ···তাৰ পাচত আৰু এবাৰ···আৰু এবাৰ···। সি এতিয়া ডাঙৰ হল, সি এতিয়া কলেজত পঢ়ে—ধুতি পিন্ধে, দাড়ি খুৰায়, ( হয়তো কৰবাত প্ৰেমতো পৰিব, কোনে জানে ), মাকক ৰোমাণ্টিক ইটালীৰ কথা কয়, পপুলাৰ চাইন্সৰ কিতাপ পঢ়ে আৰু ডাঙৰ ডাঙৰ দীঘল দীঘল কথা কয়, আজিকালি বিশ্বজগতৰ বস্তুবোৰ কেতিয়া ইন্দ্ৰিয়গ্ৰাহ্য পদাৰ্থ আৰু কেতিয়া ঢৌ অনিৰ্ণেয় হৈ পৰিল, সৰ্ব্বব্যাপী দ্বন্দ্ববাদ···আৰু দিস্তাই দিস্তাই কাগজ নষ্ট কৰে। পুতেকৰ মুখৰ পৰা এই ( আধুনিক ষ্টাইলৰ ) দ্বৈতবাদ শুনি মাই কি ভাবে নো, লোকেন ভট্টই ভাবিলে, এটা দীঘল টান দি চিগাৰেটটো শেষ কৰাৰ লগে লগে তেওঁ হঠাৎ আনন্দিত আৰু সুনিশ্চিত হল, মাক **Critique of Pure Reason** সহজ ভাষাত সঠিক বুজাব নোৱাৰিলেও তেওঁ অন্ততঃ চেষ্টা কৰিলে এইখিনি বুজাই দিব পাৰিব যে এই অসফল আৰু দলিয়াই



পেলোৱা বস্তুবোৰ সৃষ্টি-প্ৰচেষ্টাৰ এটা অপৰিহাৰ্য্য অঙ্গ, কোনো বৈজ্ঞানিক বা কোনো কবিয়ে নিজৰ কামক সম্পূৰ্ণতা দিব নোৱাৰালৈ সন্তুষ্ট নহয়, ডাঙৰবাপুয়ে অৱশ্যেই আৰু বহু কাগজ নষ্ট কৰিব, চিন্তা লাগিব এতিয়াও···মাই মাছভজা কেইটুকুৰা গৰম কৰি দুখন ৰেকাবীত তোলোতে যিখিনি সময় লাগিল সেই চমু কালচোৱাৰ ভিতৰতে লোকেন ভট্টৰ দ্ৰুত মস্তিষ্কেৰে কথাবোৰ পাৰ হৈ গ ল, তেওঁ ঠিক কৰিলে, সৃষ্টি কৰা মানুহৰ মনৰ বিষয়ে পোৱা কথনখিনিও তেওঁ আজি মাক কব, কথাখিনি তেওঁ ক'ত পাইছিল এইবাৰ কিন্তু তেওঁৰ মনত নপৰিল। মাই কলে, "আজি ঘৰত ময়দা নাই, তুমি আকৌ লুচিৰেহে মাছভজা খাবলৈ ভাল পোৱা ( কি যে অদ্ভুত ৰুচি প্ৰফেচাৰৰ ! ), কাইলৈ—।" 'প্ৰফেচাৰে' কলে, এনেকুৱা অপূৰ্ব বস্তু জিভাত পৰিলে লুচিৰ অস্তিত্ব কল্পনা কৰি লোৱাত বেচি সময় নালাগে, সেইখিনি ইমাজিনেশ্যন্ মোৰ আছে, সোৱাদৰ কোনো তাৰতম্য নহয়। কাণ্টে কৈছে, এটা সঁচা টকাত যিমান পইচা, এটা কাল্পনিক টকাতো ঠিক তিমানেই পইচা—, আৰু চাহৰ কাপত লৰালৰিকৈ চুমুক দি তেওঁ ৰাজ্যৰ খবৰবোৰ ললে। "প্ৰথমতে কওক স্কেন্দেলবোৰ, বেচ কেইবাটাও স্কেন্দেল জমা হৈছে নিশ্চয় অতদিনে," তেওঁ উৎসাহেৰে ক'লে, "আমাৰ সিপিনেও ধুনীয়া ধুনীয়া কেলেঙ্কাৰী কেইবাটাও ঘটিছে, অত্যন্ত মুখৰোচক," আৰু গৰম মাছ-ভজাত কামোৰ দি দি তেওঁ সংক্ষেপে ( এতিয়া সময় নাই ! ) "তেওঁৰ সিপিন"ৰ কেলেঙ্কাৰীবোৰৰ এটা দ্ৰুত বিৱৰণ দিলে—মাই কলে 'ইস্ !', মাই কলে 'আঐ দেহি !', আৰু মাই ক'লে 'আই চিকৌ !' মহেশ বৰুৱাই কলে, 'আপোনাক এন্‌চাইক্লপেডিয়া স্কেন্দেলিকা নাম দিয়া উচিত', আৰু স্থানীয় কেলেঙ্কাৰীবোৰৰ এটা সংক্ষিপ্ত আভাষ দিলে, কেলেঙ্কাৰীপ্ৰিয় দাৰ্শনিকে সাগ্ৰহে শুনিলে। প্ৰথমে ক'লে বিমলা পেহীৰ পুতেকহঁতৰ "কীৰ্ত্তি"ৰ কথা। মাই ক'লে, বিমলা পেহী যাবৰ সময়ত খুব কান্দিছিল, তাকে দেখি ডাঙৰবাপুৰো চকু চলচলীয়া হৈ উঠিছিল—ইমান ডাঙৰ হ'ল, তাৰ স্বভাৱটো নগল ( মাই মিচিকিয়াই হাঁহিলে। সি আৰু আইজনীয়ে সৰুতে বিমলা পেহীৰ পদ শুনি বৰ স্ফূৰ্ত্তি পাইছিল, বিশেষকৈ বিমলা-পেহীৰ আক্ষেপ ঃ

চালে সোতাসোত, হাড়ে গোটাগোট,<br>
কোটৰে লুকাইলা আখি।<br>
গাৰে তেজ-মাংস গাতে শুকাইলা<br>
যমটোৱেও নিনিলা ডাকি ॥,

আৰু দুয়ো বিমলা পেহীৰ হাতৰ "সোতাসোত" চালত হাত ফুৰাই ফুৰাই পৰীক্ষা কৰি চাইছিল আৰু খিলখিলকৈ হাঁহিছিল।)

দ্বিতীয়তে মহেশ বৰুৱাই অমলৰ 'স্কেন্দেল'টোৰ কথা কলে। উদ্ধব মহাজনৰ দূৰসম্পৰ্কীয়া ভাগিনীয়েক উমা। মাক-বাপেক কোনো নাই, ইয়াতে সকৰে পৰা ডাঙৰ দীঘল হৈছে, অমলৰ লগত বিয়া হোৱাৰ কথা আছিল, শোক আৰু 'শ্বক্'ত বেচেৰীৰ শৰীৰ একেবাৰে ডাঙি যায়, এটা এপেন্দিচাইটিচৰ অপাৰেচনো কৰাৰ লগাত পৰে, গজেনে তাইক কলিকতালৈ লৈ গৈছিল। আজি উমাৰ পৰা মাই এখন চিঠি পাইছে, অপাৰেচন ভালে ভালেই হৈ গৈছে, অসম লিঙ্ক এক্সপ্ৰেছেৰে ঘৰমুৱা হৈছে ইতিমধ্যে, কালি ঘৰ পাবহি—মা ভীষণ আনন্দিত। চুগাৰ হাউচত কালি বেচ হৈ-চৈ হ'ব আশা কৰা যায়। চুগাৰ হাউচ? এৰা, উদ্ধব মহাজনৰ ব্যৱসায় বহুপিনে, তাৰ ভিতৰত গেলামালৰ দোকানো আছে, পাড়াৰ লৰাবোৰে কয় এই প্ৰকাণ্ড নতুন বিল্ডিংটো হেনো চেনিৰ ব্লেক-মাৰ্কেটৰ কল্যাণত হোৱা, সিহঁতে ঘৰটোক 'চুগাৰ হাউচ' নাম দিছে। লোকেন ভট্টই প্ৰণৱৰ খোলা দুৱাৰৰ মাজেৰে দেখিলে চুগাৰ-হাউচৰ খিৰিকীবোৰ অন্ধকাৰ। কালি আলোকিত হব হয়তো।

ৰতনে এখন পুৰণি ফৰ্ড কিনিছে, মহেশ বৰুৱাই ক'লে, ইমান সেইখনৰ কথা যাকে তাকে কৈ ফুৰিছে যে এনেকি মাৰো মুখস্থ হৈ গৈছে শুনি শুনি যে সেইখন কিবা '১৯৩২ মডেলৰ ফৰ্ড'। ৰতনে মাক খুৰীদেউ বোলে (আৰু এটা পাকলগা সম্বন্ধ), কিন্তু মাই তাক বৰ ভাল নাপায়, সি হেনো অলপ বেচি চৌখিন, তাৰ ধৰণ কৰণো হেনো মাৰ বৰ পচন্দ নহয়। (মাই প্ৰায় ঠিকেই ধৰিছে কিবা উপায়ে, তাৰ ১৯৩২ মডেলৰ ফৰ্ডখন কিনাৰ উদ্দেশ্য কেৱল ঠিকাৰ কামত ঘুৰাই নহয়, চহৰৰ বাহিৰত গ্ৰেণ্ড ট্ৰাঙ্ক ৰ'ডৰ দাঁতিত সি জঙ্গলে আৱৰা দুটামান সুবিধাজনক ঠাইও আৱিষ্কাৰ কৰিছে। উদাৰভাৱে সি এনেকি প্ৰণৱকো দুই এবাৰ আমন্ত্ৰণ দিছিল, কিন্তু প্ৰণৱটো "কোনো কামৰ নহয়।" ৰতনৰ লগত ঘুৰাঘুৰি কৰাটো মাই বৰ বৰ ভাল নাপায়)। ৰতনৰ গুজৱ-বৰ্ণিত কেলেঙ্কাৰীটো ক'বলৈ গৈ মহেশ বৰুৱা ৰৈ গ'ল, কাৰণ দাৰ্শনিকে পিচ-পিনে তেওঁক হাতেৰে খুন্দিয়াই দিলে। এৰা, মাৰ আগত অন্ততঃ এইটো—আৰু অইন দুটা ততোধিক ইণ্টাৰেষ্টিং ঘটনা—কোনোমতেই কোৱা নচলে। লৰা-লৰিকৈ ঘড়ি চাই ক'লে, ইস্, প্ৰায় আঠটা বাজে এতিয়া বাইদেউ, বলক, বলক—



মাই লৰালৰিকৈ চাদৰখন লৈ আহিল আৰু মহেশ বৰুৱাৰ জীপত উঠি মা-হঁত চন্দ্ৰপ্ৰভাৰ বিয়ালৈ গল।

ৰাতি মাৰ কৰ্কালৰ বিষটো আকৌ উক্ দি উঠিব খুজিছে যেন মাৰ ধাৰণা হল, কিন্তু সেইপিনে মাই মনোযোগ দিয়াৰ কথা পাহৰি গল, কিয়নো বিয়াঘৰৰ কথাবোৰ তেতিয়াও মাৰ মনত স্তূপাকাৰ হৈ আছিল—বিয়াঘৰৰ হৈ চৈ, মানুহবোৰ, শব্দবোৰ, কথাবোৰ আৰু চন্দ্ৰপ্ৰভা। ভাগ্যৱতী ছোৱালী, ভাল দৰা পাইছে, মাই ভাবিলে। প্ৰণৱ তেতিয়াও উভতি অহা নাই—(ছুলুটোক বাপেকে সঁচাকৈয়ে মাৰিলেই নেকি জানো) মাই প্ৰণৱৰ ৰুমৰ লাইটটো জলালে। কি বিশৃঙ্খল লৰাটো! মাই হিমানী স্ন'ৰ কেলেণ্ডাৰখন মজিয়াৰ পৰা বেৰত তুলিলে আৰু বিচনাত পৰি থকা ইস্ত্ৰি-ভঙা কামিজটো তুলি আলনাত ওলোমাই ৰাখিলে। কামিজটোত ঘামৰ গোন্ধ, মাই ভাবিলে, ঘামিলে তাৰ বাপেকৰ কাপোৰবোৰো ঠিক এইদৰেই গোন্ধাইছিল। টেবুলখন অন্যদিনৰ দৰেই বিশৃঙ্খল হৈ আছে—আজি পুৱা সৰিয়াই দিছে মাই, ইতিমধ্যেই আকৌ সেই অৱস্থা। কিতাপবোৰ সৰিয়াবলৈ ধৰি মাই ভাবিলে, তাৰ নো ইটালীৰ প্ৰতি ইমান উৎসাহ জন্মিল কিয়, অতবোৰ দেশ থাকোতে—আচৰিত কথা। দোৱাতটোৰ সাফৰখন খোলা, চিঞাহী পৰি এতিয়াই টেবুল-ক্লথখন নষ্ট হলহেঁতেন, লৰাটোৰ একেবাৰেই কাণ্ড-জ্ঞান নাই! ওঁঠ কামুৰি মাই দুই এখন কিতাপৰ ওপৰেৰে প্ৰশ্নবোধক দৃষ্টিৰে এবাৰ চকু ফুৰাই গল—**Twilight in Italy**, সংস্কৃতিৰ ৰূপান্তৰ, এখন কিবা অঙ্কৰ কিতাপ, **When in Rome**...আৰু সেই চিগা কাগজবোৰৰ টুকুৰা (মামাই আজি তাৰ লিখাবোৰক 'বেবেৰিবাং' আখ্যা দিয়া বুলি শুনি প্ৰফেচৰ আৰু মহেশে কেনেকৈ হো হো কৈ হাঁহিছিল!), লিখাৰ পাচত খণ্ডত আৰু অসন্তুষ্টিত দাগ মাৰি মাৰি কাটি পেলোৱা গল্পৰ টুকুৰা টুকুৰা অংশ, কেতিয়াবা এশাৰীৰ পাচতে শেষ, কেতিয়াবা তিনি চাৰি পাতৰ পাচত কাটি পেলোৱা—"...কিয় তেনেহলে ৰাতিৰ স্পৰ্শত পৰিচিত বস্তুবোৰ সম্পূৰ্ণ স্বতন্ত্ৰ হৈ পৰিল, কিয় আমাৰ দৈনন্দিন সাধাৰণ পৃথিবী ৰূপান্তৰিত হ'ল, কিয় ৰাতিৰ অস্পষ্ট আধালোকত আমাৰ বৈচিত্ৰহীন ধূলিময় ৰাস্তাবোৰ এটা কবিতাৰ দৰে ছন্দময় হৈ উঠিল...", "...কেৱল পানী, চাৰিওপিনে সাগৰ, মাথো জলপথ আৰু গন্দলা—কোনো ৰাস্তাঘাট, কোনো মটৰগাড়ী নাই, ঘোড়াগাড়ী নাই, ট্ৰাম নাই, গছ-গছনি

দুৰ্লভ। অন্যান্য নগৰৰ অভ্যন্ত হৈ-চৈৰ সলনি ইয়াত মাথো মাৰ্ব্বলৰ প্ৰাসাদ-বোৰৰ ভেটিত সাগৰৰ ঢৌ ভঙাৰ শব্দ। স্বচ্ছ, উজ্জ্বল আলোক, পিয়াংচা চান্ মাৰ্ক'ৰ কাফেবোৰৰ টেবুলত অসংখ্য মানুহৰ ভীৰ; গীৰ্জ্জাৰ চূড়াত শেষ ৰবিৰশ্মি, অসংখ্য পাৰ-চৰাই চাৰিওপিনে, নীলা আকাশ, আৰু পানীৰ ওপৰত প্ৰাসাদৰ পিচত প্ৰাসাদ—palazzi candidi, palazzi color di rosa, শুভ্ৰ প্ৰাসাদ, গোলাপী ৰঙৰ প্ৰাসাদ···আৰু জলপথবোৰৰ মোৰত সন্ধিয়াৰ নিস্তব্ধতা ভঙ্গ কৰি গন্দলা-চলোৱা নাৱৰীয়াৰ চীৎকাৰধ্বনি, করুণ আৰু শান্ত···", "বহু ৰাতিলৈ সেইদিনা মিনতিৰ টোপনি নাহিল, বাৰান্দাত বহি বহি মিনতিয়ে ৰাতিৰ বিচিত্ৰ, ৰহস্যময় শব্দবোৰ শুনিলে···"

বহুৰাতিলৈ সেইদিনা মাৰ টোপনি নাহিল, বাৰান্দাত বহি মাই ৰাতিৰ শব্দবোৰ শুনিলে। ৰাস্তাত মানুহ কমি গৈছে, ঘৰৰ সমুখৰ লাইট-পোষ্টটোৰ বাল্ব্‌টোৰ পৰা কিছু পোহৰ আহি বাৰান্দাৰ একোণত পৰিছে, মাজে মাজে দেৰিকৈ ঘৰলৈ ওভতা দুই এজন মানুহৰ জোতাৰ শব্দ, কৰবাত এটা কুকুৰে ভুকিছে মাজে মাজে, একোখন অকলশৰীয়া মটৰৰ ক্ৰমশঃ বিলীয়মান ধ্বনি। উপেনবাবুহঁতৰ ঘৰত কোনোবাই হাস্যৰস কৰিছে, অস্পষ্ট হাঁহিৰ ৰোল। বিয়াঘৰৰ লাউস্পীকাৰৰ গান কোন সময়ত বন্ধ হৈ গৈছে, মাই হঠাৎ লক্ষ্য কৰিলে, কাৰণ অইনদিনৰ দৰে দূৰৰ পাওৱাৰ-হাউচৰ পৰা অহা ধপ্ ধপ্ শব্দটো স্পষ্ট হৈ উঠিল। দৰা আহিবলৈ এতিয়াও বহু দেৰি, মাই ভাবিলে। বতাহ কমিছে, কিন্তু দুৱাৰৰ পৰ্দাবোৰ এতিয়াও মাজে মাজে কঁপিছে, ফট্ ফট্ কৈ এটা শব্দ হৈছে। কৰবাত কেঁ—চ্ কৈ লাহে লাহে এখন খিৰিকী বন্ধ হল, কৰবাত অমঙ্গলীয়া মেকুৰী এটাই বৰ বেয়াকৈ চিঞৰি উঠিল চৈফুৰ্দ্দিন অভাৱচিয়াৰৰ এন্ধাৰ ঘৰটোৰ পিনৰ পৰা (মাৰ গলটো শুকাই গ'ল, এটা অস্বস্তিৰ ভাব আহি পৰিল মাৰ মনলৈ। আইজনী ঢুকাবৰ আগে আগে ঠিক এনেকৈ মাতিছিল মেকুৰী এটাই ৰাতি ৰাতি)। গছৰ পাতবোৰৰ মৰ্মৰধ্বনি আৰু এবাৰ স্পষ্ট হৈ উঠিল, কাছাৰীৰ ঘণ্টাত টং টং কৈ বাৰটা বাজিল। বেজবৰুৱাৰ ঘৰৰ সমুখত কোনোবাই চিগাৰেট খাব ধৰিছে, এন্ধাৰত মাজে মাজে পোহৰৰ বিন্দু এটা জ্বলি জ্বলি উঠিছে। মোৰৰ পানৰ দোকানখনৰ সমুখৰ পুলটোত বহি কোনোবাই মাউথ-মাৰ্গেন বজাইছে, মাৰ মনলৈ বুজিব নোৱাৰা কিবা এটা শঙ্কা আহিল হঠাৎ অস্পষ্টভাবে, জেঠি এটাই টিক্ টিক্ কৈ উঠিল কৰবাত। মটৰ এখনে ঘূৰনি ললে ৰাস্তাৰ মাজতে, তীব্ৰ পোহৰে মাৰ চকুত চাট মাৰি ধৰিলে, দেৱালত কিছুমান নতুন ছায়া পৰিল, আৰু তাৰ পাচত আগৰ দৰে সকলো অন্ধকাৰত ৰাখি মটৰখন গুচি গল।



ডাঙৰবাপু বোধকৰোঁ চেকেণ্ড-শ্ব চিনেমা চাবলৈ গৈছে, মাই ভাবিলে। অলপ পাচত নিৰ্জ্জন ৰাস্তাটোৰ বতাহ বহুৰকমৰ শব্দ, বহুৰকমৰ পদধ্বনি আৰু বিক্ষিপ্ত কথাবাৰ্ত্তাৰ টুকুৰাৰে ভৰি গল,—চেকেণ্ড-শ্ব চোৱা মানুহবোৰ উভতিছে। দুখন চাইকেলৰ ঘণ্টাৰ শব্দ। উচ্ছাস আৰু তৰ্কাতৰ্কি আৰু এজনে গুণগুণাইছে—বোধকৰো এইমাত্ৰ চাই অহা ছবিখনৰ গান। প্ৰণব এতিয়াও নাহিল। কলৈ যাব পাৰে সি? ইমান ৰাতিলৈ আড্ডা মৰা তাৰ স্বভাৱ নহয়। মাই এন্ধাৰতে মিচিকিয়াই হাঁহিলে, অতদিনে কোনো ছোৱালীৰ লগত সি 'নাৰ্ভাচ' নোহোৱাকৈ কথা ক'ব নোৱাৰিলে। মাৰ ভয় হয়, কোনোবাদিনা সি কোনোবা ছোৱালীৰ প্ৰেমত পৰিলে তাৰ কি অৱস্থা হব, মুখ ফুটাই কি নো কব পাৰিব সি, থতমত খাব কথাই কথাই। কোন ছোৱালীয়ে নো বাৰু তাৰ মনৰ অৱস্থা ঠিক ভাবে বুজিব পাৰিব, সি হয়তো একেবাৰে ভাগি পৰিব, মাকৰ পৰা মুখখনৰ অৱস্থা লুকাবৰ চেষ্টা কৰি এন্ধাৰ কোঠাটোত অকলে অকলে বহি থাকিব। তথাপি সি ঘৰলৈ উভতি আহিব, মাই ভাবিলে, কাৰণ ঘৰত এতিয়াও মই আছো, কাৰণ ৰাতি সি শুব নোৱাৰিলেও তাৰ মনৰ অন্তৰালত সদায় এই নিশ্চয়তা থাকিব যে কাষৰ কোঠাটোত মই শুই আছো। ৰাতিবোৰ অসহ্য, মাই জানে, আৰু দীঘল আৰু ভয়াবহ, ৰাতিবোৰ কুৎসিত। পৰীক্ষাৰ আগদিনা ৰাতি আইজনীয়ে ভয়তে একো খাব নোৱাৰিলে, ৰাতি তাই বিচনাত কান্দি পেলালে, সি বহুদিন আগৰ কথা, আইজনী তেতিয়া সৰু আছিল। অথচ পিচদিনা পুৱাৰ উজ্জ্বল পোহৰত তাই হাঁহিমুখেই পৰীক্ষা দিবলৈ গল—মাত্ৰ কেইঘণ্টাৰ ব্যৱধানত কি এটা পৰিবৰ্ত্তন সৰু ছোৱালীজনীৰ মনত! মাৰ মনত পৰিল আইজনীৰ অসুখৰ সময়ৰ কথা—দিনৰ আশাবোৰ কেনেকৈ সন্ধিয়া অহাৰ লগে লগে ক্ৰমাৎ অদৃশ্য হৈ যায়, লাইটৰ তলত মানুহবোৰৰ সৌম্য, আশাপূৰ্ণ মুখবোৰ কেনেকৈ পৰিবৰ্ত্তিত হৈ যায়, আইজনীৰ বিষ বেচি হৈ আহে, তাইৰ মুখখনত যন্ত্ৰনাৰ ৰেখাবোৰ বাঢ়ি যায়···ডাঙৰবাপু আৰু ৰতন আৰু দাদা আৰু মহেশ আৰু প্ৰফেচাৰৰ মুখবোৰত ৰাতিৰ আলো-ছাঁয়াৰ দাগবোৰে আঁকি দিয়া হতাশা আৰু চিন্তা আৰু ভয় আৰু উত্তেজনা···

আকাশত জোন নাছিল। তথাপি ৰাস্তাৰ পৰা অহা ক্ষীণ পোহৰত অস্পষ্ট ভাবে প্ৰণবৰ কোথাটোৰ বস্তবোৰ, টেবুলখন, কিতাপবোৰ, বিচনাখন, আলনাডাল মাই ধৰিব পাৰিলে, এনেকি হিমানী-স্ন'ৰ কেলেণ্ডাৰখন। হঠাৎ মাই অনুভৱ

কৰিলে, এইপিনে এন্ধাৰত কোথাটো সচাঁকৈয়ে ধুনীয়া যেন লাগিছে, পৰিচিত কোথাটো নহয়, এখন বেলেগ জগৎ—লোভ আৰু কুটিলতাৰ পৰা বহু আতঁৰত, হিংসা আৰু ঈৰ্ষাৰ পৰা বিচ্ছিন্ন, সচাঁকৈয়ে বাতিয়ে কোথালিটোক যেন ৰূপান্তৰিত কৰি দিছে, দিনৰ উত্তেজনা আৰু উত্তাপ অবলুপ্ত, দিনৰ তীব্ৰতা আৰু ব্যথাৰ কোনো চাপ নাই, তাৰ ঠাইত কোথাটোত এটা শীতলতা ব্যাপ্ত, এটা শান্তিপূৰ্ণ উদ্যমশীলতাৰ প্ৰতিশ্ৰুতি। ইয়াত মানুহ এজনে কিবা এটা সৃষ্টি কৰাৰ, জন্ম দিয়াৰ চেষ্টা কৰিছে, সফলতা-অসফলতাৰ প্ৰশ্ন এতিয়া অৰ্থহীন, কোথালিৰ আবহাওৱা মানুহৰ প্ৰচেষ্টাৰ প্ৰভাৱত স্পন্দিত। প্ৰফেচাৰে কোৱা কথাবোৰ মাৰ মনত পৰিল, মাৰ মনত পৰিল সি আইজনীৰ সম্বন্ধে কিবা এটা লিখিব খুজিছিল, শুনি মাৰ গল শুকাই গৈছিল, মাৰ খং উঠি গৈছিল, মাই তাক গালি পাৰি দিছিল, মাই কৈছিল আইজনী এটা খেলাৰ বস্তু নেকি? তথাপি সি মনে মনে কিবা এটা লিখিবৰ চেষ্টা কৰিছে, মাই জানে, কিন্তু পৰা নাই, কোনোমতেই পৰা নাই—মাৰ ইচ্ছা নহয় সি আইজনীক লৈ গল্প লিখক, সি লিখিব পাৰিব কেনেকৈ? সি মনত দুখ পাইছে, মাই জানে, মাকৰ পৰা সি উৎসাহ আশা কৰিছিল, কিন্তু আইজনী···কালি হয়তো উমাইঁত অহাৰ পাচত উদ্ধৱ মহাজনৰ অট্টালিকাটোৰ সৌ এন্ধাৰ খিৰিকী কেইখনত লাইট জলিব, মাই ভাবিলে, উপেনবাবুৰ ৰেডিঅ'ৰ গানো শুনা যাব হয়তো। ৰাতি খিৰিকীৰ পোহৰ আৰু দূৰৰ গান সকলোৱে ভাল পায়, প্ৰণৱেও ভাল পায়···

মাৰ চিলমিলকৈ টোপনি আহিল। প্ৰণৱে মাতিলে মা, মা,—। তৎক্ষণাৎ উঠি মাই আইজনীৰ বিচনা থকা ঠাইখিনিৰ পিনে যাবৰ উপক্ৰম কৰিলে, তাই আকৌ পানী খাবলৈ বিচৰা যেন বোধ হ'ল মহূৰ্ত্তৰ বাবে। হঠাৎ মাৰ চকু চলচলীয়া হৈ গ'ল। দৰজাৰ কাঁচৰ বাহিৰত প্ৰণৱ আৰু ডুলু বৈ আছে। মাই দৰজাখন খুলি দিলে। মুখখন অপৰাধীৰ দৰে কৰি প্ৰণৱে কিয় ৰাতি হ'ল কিবা এটা কব খুজিলে, কিন্তু মাই তালৈ কাণেই নিদিলে, কাৰণ ডুলুৰ মুখখন অসম্ভৱ শেঁতা, সৰু লৰাই বেচিকৈ ভয় খালে যেনে হয়। চকু ৰঙা হৈ আছে এতিয়াও। তাৰ কামিজটো আৰু গেঞ্জিটো খুলি দেখিলে কেইবাটাও দীঘল দীঘল কটাকটি দাগ, এতিয়াও পিঠিখন ৰঙা হৈ আছে। সি একো খোৱা নাই, প্ৰণৱে কলে, কেবল কান্দিছে, মামীয়ে ভালেই পাইছে মাই তাক লৈ যাবলৈ পঠোৱা দেখি। মামা এতিয়াও ভীষণ খঙত আছে, মামীয়ে তাক কোনোমতেই শান্ত কৰিব পৰা নাই।



লৰালৰিকৈ মিঠাতেল গৰম কৰি মাই তাৰ পিঠিত ঘঁহি দিলে, সি তেতিয়াও ভীষণ মুখ কৰি আছে। মাই তাক খাবলৈ বহুৱাই দিলে। সি কলে তাৰ খাবৰ মন নাই, হাত সাবতি বহি থাকিল। মাই কলে, চা—তোৰ কাৰণে প্ৰফেচাৰে আচাৰ লৈ আহিছে, পেহীৰ কথা শুনিব লাগে, ইত্যাদি, কিন্তু কোনো ফল নহ'ল। প্ৰণৱেও তাক বুজাবৰ চেষ্টা কৰিলে কিছু, কিন্তু মাই দেখিলে তাকো অইন কোনোবাই বুজাব লগা অৱস্থা, সিও একো খাব পৰা নাই, সন্ধিয়াতকৈ অৱশ্যে এতিয়া মুখখন কিন্তু চাব পৰা। মাই এখন পীৰা পাৰি কাষতে বহিল আৰু মামাই এৰি যোৱা খবৰকাগজৰ খেলাৰ পৃষ্ঠাটো খুলি ধৰিলে আৰু ক'লে, এইখনতো কাৰ ছবি, তই জাননে ডাঙৰবাপু? সি জানে অৱশ্যে, কিন্তু মাৰ চকুৰ ইঙ্গিত অনুসাৰে ক'লে, ওঁহো। ঘপকৈ ডুলুৱে কৈ উঠিল, কেলেই, সেইয়া দেনিচ্ কম্পটন! মাই কলে, সঁচাই? নহয়, নহয়, এইজন—। ডুলুৱে ক'লে, হয় আকৌ, মই কম্পটনক চিনি নাপাওঁ! তাৰ সম্মানত দস্তৰমত আঘাত লাগিল। প্ৰণৱে কলে, চিনি পালেই হ'ল নেকি? তাই কম্পটনৰ বিষয়েনো কি জান? ডুলুৱে কলে, চৰ জানো, দেনিচ কম্পটন ইংলণ্ডৰ কেপ্টেইন, এইবাৰ অষ্ট্ৰেলিয়াৰ লগত টেষ্ট-মেছত ইমান ৰাণ কৰিছে, ইত্যাদি, ইত্যাদি। মাই কলে, যাঃ, ইমান ৰাণ আকৌ কোনোবাই কৰিব পাৰেনেকি, তই কলেই হ'ল! ("ৰাণ" কি বস্তু, মাই ভাবিলে)। ডুলুৱে কলে সি নিজেই সিদিনা চেঞ্চুৰিৰ ওপৰ কৰিছে, তুই চেঞ্চুৰি কৰিব পাৰিলেহেতেন, আম্পায়াৰে শত্ৰুতা কৰি এল্ বি ডব্লিউ দি আউট কৰাই দিলে, নহলে—(সেইটো আকৌ কি বস্তু, আচৰিত হৈ মাই ভাবিলে), আৰু কথা কৈ কৈ পাহৰি গৈ ডুলুৱে কাঁহী শেষ কৰি খাই পেলালে। প্ৰণৱৰ পিনে চাই মাই মিচিকিয়াই হাঁহিলে ডুলুৰ চকুত নপৰাকৈ, সমস্ত দিনৰ গাম্ভীৰ্য্য পাহৰি গৈ প্ৰণৱেও হাঁহি দিলে। যেতিয়া ডুলু প্ৰণৱৰ বিচনাত শুবলৈ গ'ল, তেতিয়া দুয়ো উৎসাহেৰে টেষ্ট-মেছৰ গল্প কৰিছে, বিশেষকৈ মুস্তাক আলিৰ কথা, আৰু ডুলুৰ মুখৰ শেঁতা ভাবটো অদৃশ্য, কিন্তু মাই বুজিলে ডাঙৰবাপুৰ এই আপাত-ক্ৰীকেটোৎসাহ ক্ষণিক আৰু জোৰ কৰি কৰা। তথাপি মাৰ মনটো বহুত পাতল লাগি পৰিল, শেষ পৰ্য্যন্ত সি এবাৰ সঁচাসঁচিকৈয়ে হাঁহিছে! যেতিয়া তাৰ ঘৰলৈ আহোতে ৰাতি হয়, মাই যেন বৈ নাথাকে তাৰ কাৰণে, ভাত ঢাকি থৈ দিলেই হব, সি বহুদিন কৈছে, কিন্তু মাই সদায় সাৰেই আছে, আৰু কথাটো ভাবি আজি মাৰ বিশেষকৈ ভাল লাগিল। কিন্তু সেইবোৰ কথাৰ কাষেৰেও নগৈ মাই সিইঁতৰ

আঠুৱাখন খুচি দিলে ভালদৰে, অলপ বিয়াঘৰৰ কথা ক'লে, আৰু কলে যে তাৰ গাড়ীখন লৈ ৰতন আহিছিল এবাৰ, বিয়াঘৰৰ এঠাইত ফিউজ জ্বলি গৈছে, পেট্ৰমাক্স লেম্পটো নিবলৈ আহিছিল, আৰু মহেশে তাক পাৰিলে মাৰ পৰা এখন আঠুৱা লৈ তেওঁৰ ঘৰত দি যাবলৈ কৈছিল ( শুবৰ সময়ত প্ৰফেচাৰৰ আঠুৱাত এটা বিৰাট ফুটা আৱিস্কৃত হৈছে। )। তাৰ ১৯৩২ মডেলৰ ফৰ্ডখন বিয়াঘৰত খুব কামত আহিছে ( কিন্তু তাৰ মতলব অন্য কিবা যেনহে লাগিছিল মাৰ—অৰ্থাৎ গাড়ীত ছোৱালী তোলা। প্ৰণবক অৱশ্যে এইবোৰ একো নকলে মাই )। অলপ পাচতে হুলু গভীৰ টোপনিত মগ্ন হৈ পৰিল, হয়তো মুক্তাক আলিক আউট কৰি দিয়াৰ সপোন দেখিছে। তাৰ অলপ পাচত প্ৰাণবৰ মুৰৰ তলৰ পৰা গাৰুটো হুলুৱে টোপনিতে টানি লৈ গ'ল, তাৰ পাচত গাৰ কাপোৰখন, তাৰ পাচত সি প্ৰণবক ঠেলি ঠেলি প্ৰায় মাটিত পেলাই দিলে। মাৰ সোনকালে টোপনি নাহিল, কোনো পিনে কোনো শব্দ নোহোৱা স্বত্বেও মাই বুজিব পাৰিলে যে ডাঙৰবাপুয়ে শুব পৰা নাই, সি বিচনাত উচপিচাই আছে।

ঢোলৰ শব্দ, পেপাৰ শব্দ, মটৰৰ শব্দ, মানুহৰ চিঞৰ-বাখৰত মাই সাৰ পাই লৰালৰিকৈ বাৰান্দালৈ ওলাই আলিল। বাৰান্দাত ইতিমধ্যে প্ৰণব থিয় হৈ আছে, বোধহয় সি ইমান সময় একেবাৰেই শুব পৰা নাই, হুলু এতিয়াও গভীৰ টোপনিত। দৰা আহিছে। বহু দেৰী হ'ল, বোধহয় হেঙাৰ ধৰা লৰাবোৰে যথেষ্ট দিগদাৰি দিছে। বেশ দীঘল শোভা-যাত্ৰা চলিছে। সমুখৰ বেণ্ড-পাৰ্টিৰ দলটো মা বাৰান্দা পোৱাৰ লগে লগেই পাৰ হৈ গ'ল। ছয়খন মটৰ-গাড়ী! প্ৰণবে কলে, সেইখন দৰাৰ গাড়ী। মাই আগ্ৰহেৰে চালে, দৰাটি চোৱাৰ মাৰ বৰ ইচ্ছা আছিল। কিন্তু চাৰিওপিনে ইমান মানুহ, কেৱল গাড়ীখনৰ ফুল-সজ্জাহে মাৰ চকুত পৰিল। বৰযাত্ৰীত ঢেৰ মহিলাও আছে। বৰযাত্ৰীৰ মানুহবোৰৰ পেট্ৰমাক্স লেম্প আৰু মটৰৰ হেডলাইটৰ উজ্জ্বল পোহৰ আহি মা আৰু প্ৰণবৰ চকুৱে মুখে পৰিল। পোহৰত মাই তাৰ মুখখন এবাৰ লক্ষ্য কৰিলে, লক্ষ্য কৰিলে সি কান্দিছিল নেকি। মাই তাৰ কান্ধত হাতখন থলে আৰু যাব ধৰা বৰযাত্ৰীবোৰৰ পিনে চাই চাই ক'লে, ডাঙৰবাপু, তই যে আইজনীৰ বিষয়ে কিবা লিখাৰ কথা কৈছিলি, লিখিলিনে ? প্ৰণবে কলে, 'নাই', তাৰ পাচত তাৰ কথাবোৰ ৰুদ্ধশ্বাস আৰু অসংলগ্ন হৈ পৰিল—"ইমান জটিল······ইমান গণ্ডগোলীয়া কথাবোৰ······বৰ টান কাম, মা··· ।"



সহজভাবে মাই ক'লে, পৰীক্ষাটো দি ল। বৰ বেচি টোপনি খতি কৰিছ, টোপনি খতি কৰা ভাল নহয়······

মাৰ মনত পৰিল, বিমলা পেহী যাবৰ সময়ত তাৰ চকু কেনেকৈ চলচলীয়া হৈ উঠিছিল ; তাৰ মনটো এতিয়াও কোমল হৈ আছে, কিমান ভাল কথা! চিন্তা কৰা, সৃষ্টি কৰা, জন্ম দিয়া সকলো বস্তু কোমল, মানুহৰ মন কোমল, প্ৰতিমা সজা মাটি কোমল, মাতৃগৰ্ভ কোমল। আইজনী আৰু ডাঙৰবাপুৰ জন্মৰ সময়ত মোৰ কঠিন প্ৰসৱ-বেদনা হৈছিল, তাৰ পিছত হে সিহঁতক পাইছো। সৃষ্টি কৰিবলৈ হলে তাৰ লগত কষ্টও পাব লাগিব। হওক, হওক, সি আৰু অলপ কষ্ট পাওক মনে মনে, মই তাক কোনো সান্ত্বনা নিদি নিশ্চয় ভালেই কৰিছো··· এদিন সি নিশ্চয় বুজি পাব তাৰ কষ্টৰ সময়ত মাই কিয় তাক কোনো সহায় কৰা নছিল···

মা আৰু ডাঙৰবাপুৰ মুখত ছাঁ আৰু পোহৰ পেলাই, পিচপিনৰ বেৰখনত মানুহবোৰৰ দীঘল দীঘল অদ্ভুত অদ্ভুত ছাঁয়া পেলাই পেট্ৰমাক্সবোৰ জোকাৰি জোকাৰি লাহে লাহে বৰযাত্ৰীৰ দলটো পাৰ হৈ গল, বাদ্যধ্বনি ক্ষীণ হৈ আহিল, মনে মনে মাই ক'লে, ঈশ্বৰ, ঈশ্বৰ, তাক কষ্ট পোৱা চাবলৈ মই যেন মনত জোৰ পাওঁ।

উপেনবাবুৰ ৰেডিঅ'ত এটা সুপৰিচিত হিন্দী গান চলিছে, প্ৰণবে খুব মন দি কিবা এটা লিখিছে, মাই চাহ কাপ তাৰ কাষত থৈ গুচি গল, তাৰ পিনে ঘুৰিও নাচালে, কাৰণ চাই থাকিলে সি একো লিখিব-পঢ়িব নোৱাৰে। উমাইত ঘৰ পাইছেহি, 'চুগাৰ-হাউচ'ৰ খিৰিকিবোৰৰ পৰা পোহৰ ভাঁহি আহিছে, বৰ মানুহৰ সমাগম খিৰিকীৰ ভিতৰত, চিলাইকলৰ শব্দ আজি বন্ধ। যাবৰ সময়ত মাই লাইটটো জলাই দি গল, কাৰণ আকৌ পৃথিবীৰ বুকলৈ এখন কলা ওৰণিৰ আৱৰণ টানি ধীৰে ধীৰে নিশা নামি আহিল। গছৰ সেউজীয়া পাতবোৰত ফট'চিন্‌থেচিচৰ ৰসায়ন বন্ধ হল, কোন তাপমান যন্ত্ৰত পাৰাস্তম্ভ নামি আহিল কেই ইঞ্চি। লণ্ডন আৰু পেৰিচ আৰু নিউয়ৰ্কত জ্বলি উঠিল লাখ লাখ নিয়ন-লাইট, অযুত বিজুলী-চাকিৰ পোহৰত ভাঁহি 'গল বম্বে আৰু কলিকতা, মিলান আৰু ৰোম। ভেনিচৰ জলপথৰ পৰা গীটাৰৰ ঝংকাৰ আৰু 'বাৰ্‌কাৰ'ল'ৰ সুৰ ভাহি আহিল। উত্তৰপাৰৰ গাৱঁৰ ঠেক, কেচা ৰাস্তাত গৰুৰ-গাড়ীৰ চকাৰ কেঁচ কেঁচ্ শব্দ, পিচপিনে ধোঁৱাৰে কলা

হাৰিকেনটো জ্বলিছে। ডোবাৰ পৰা ভেকুলীয়ে মাতিছে। বাঁহবনৰ তলত অসংখ্য জোনাকীপৰুৱাৰ বিচ্ছিন্ন পোহৰ। এন্ধাৰ প্ৰান্তৰৰ মাজত অসম লিঙ্ক্‌ এক্সপ্ৰেচৰ তৃতীয় শ্ৰেণীৰ ভীড়ক ব্যঙ্গ কৰি পতঙ্গবেষ্টিত ক্ষীণ লাইটবোৰ জলি উঠিল, অথবা হয়তো নজলিল। মোবৰ পানৰ দোকানখনৰ চিগাৰেট-জলোৱা ৰচিডালৰ পৰা বতাহত স্ফুলিঙ্গ চিটিকি চিটিকি পৰিল। আকাশত ক্ৰমে বাঢ়ি উঠিল তৰাৰ সমষ্টি, বতাহ বৰলৈ আৰম্ভ কৰিলে দক্ষিণ-পশ্চিমৰ পৰা, গ্ৰেণ্ড্‌ ট্ৰাঙ্ক ৰডেৰে সশব্দে এখন ১৯৩২ মডেলৰ ফৰ্ড উৰি গল……

---

# বাসন্তিকা

আমি একেবাৰে হতাশ হৈ পৰিছোঁ। বন্ধ, সংকীৰ্ণ কোঠালিটোত অসংখ্য সৰঞ্জাম আৰু আহিলা-পাতি ঠাহ খোৱা, পাঙ্খাৰ কোনো ব্যৱস্থা নাই, বাল্‌ব্‌ দুটাৰ পোহৰ নিস্তেজ। ইন্‌ফ্ৰা-ৰে'ড্‌-ৰশ্মিৰ যন্ত্ৰটোৰ কাষৰ পৰিবেশ উত্তপ্ত, আমাৰ হাতৰ তলুৱা ঘামত ভিজি চট চট কৰিছে, বন্ধ কোঠাটোত উৎকট বে'ন্‌জিন্‌ আৰু অ'জ'ন্‌-গেচৰ সংমিশ্ৰিত গোন্ধ, আমাৰ দেহত অবসাদ, আত্মাৰ মন ক্লান্ত।

পৰীক্ষাৰ প্ৰথম পৰ্য্যায় ব্যৰ্থতাত পৰ্য্যবসিত।

মূৰ তল কৰি ডক্টৰ ঘোষে তাপ-জোখা পাইৰ'মিটাৰটোৰ সংযোগবোৰ খুলিছে, তেওঁৰ কপালত চিন্তাৰ ৰেখা। আমি বুজিব পাৰিছো যে তেওঁ ভাবি উলিয়াবৰ চেষ্টা কৰিছে আমাৰ পদ্ধতিত খুঁত ক'ত, কিয় আমি আমাৰ গ্ৰাফ-ডালত বিচৰা বিন্দুটো নাপালো। হতাশ হৈ এৰি দিবৰ মানুহ তেওঁ নহয়। আমিও চিন্তা কৰিছো অনিচ্ছাস্বত্বেও, কিন্তু আচলতে আমাৰ আৰু এতিয়া একো ভাবিবৰ মন যোৱা নাই। আমি ডক্টৰ ঘোষৰ মুখৰ পিনে চাইছোঁ আৰু অপেক্ষা কৰিছোঁ। তেওঁৰ নাকত আৰু কপালত ঘামৰ বিন্দু, তেওঁ মনে মনে পদ্ধতিটো দ্ৰুতবেগে বিশ্লেষণ কৰিছে, মূল তথ্যৰ পৰা, ৰুমালখন পকেটৰ পৰা উলিয়াবলৈও তেওঁৰ মনত খেলোৱা নাই, হয়তো কোঠাটো এৰাৰ আগেয়েই আমাৰ পৰীক্ষা-পদ্ধতিৰ প্ৰয়োজনীয় পৰিবৰ্ত্তনবোৰৰ এটা পৰিকল্পনা—

উচ্চ তাপাঙ্কত গ্ৰাফ-ডালত এটা বিশেষ ধৰণৰ বিন্দু—যাক গণিতত point of inflexion কয়—পোৱাৰ ওপৰতে থিয়ৰিটোৰ অস্তিত্ব নিৰ্ভৰ কৰিছে, আমি সেই বিন্দুটো বিচাৰিছো। আজি প্ৰায় দেড়মাহ। আৰু এতিয়া, আমাৰ চাৰিওজনৰে ব্যগ্ৰ, যত্নবহুল পৰীক্ষাবলীৰ পাচত, এতিয়া সুধাংশুৱে গ্ৰাফ-অঁকা কাগজ কেইখন সামৰি ফাইলটো বন্ধ কৰিলে। মই ৰুমালখন উলিয়াই মুখ মচিলো, মোৰ ধাৰণা হ'ল মোৰ গলটো শুকাই গৈছে। ডক্টৰ ঘোষে খিৰিকিখন খুলি দিবলৈ ইঙ্গিত দিলে। তেওঁৰ কপালত এতিয়াও চিন্তাৰ ৰেখা, কিন্তু তেওঁৰ গোল, ভৰা মুখখনত আগৰ দৰেই সক্ষমতা আৰু উদ্যম, মাথো তাৰ ওপৰত ক্ষীণ এটা ক্লান্তিৰ প্ৰলেপ। গাঠিটো ঢিলাই তেওঁ টাইডাল নমাই দিলে, গলৰ বুতামটো খুলি দিলে, আৰু আকৌ

কথা ক'বলৈ আৰম্ভ কৰিলে: "ভাবিয়ে তুল্‌ল দেখছি। যাই লোক, **let us assume**—"

সুধাংশুৰ পৰা মেচৰ বাকী মাৰিবলৈ কেইটামান টকা ধাৰ কৰি ট্ৰামত উঠিলো। এই চিন্তাটো দূৰ হোৱাত আকৌ আমাৰ গ্ৰাফ ডালৰ কথা ভাবিবৰ সুযোগ হল। কিন্তু ট্ৰামত ইমান ভীৰ আৰু ইমান গৰম যে বিৰক্ত হৈ সেই চেষ্টা বাদ দিলো। হাবাধন বসাকৰ গলিৰ কাষৰ ষ্টপটোত যেতিয়া নামিলো তেতিয়া সন্ধিয়া হৈছে, আৰু মই লক্ষ্য কৰিলো যে কাষলতিত কাপোৰৰ বেগটো ওলোমাই শ্ৰীমতী বিহ্বলা ট্ৰামত উঠিল। তাইৰ মুখখন আজি ইমান বেচি বিহ্বল আৰু অন্যমনস্ক যে মোক তাই লক্ষ্যই নকৰিলে। মই ভাবিলো, তাই দেখোন সদায় বদে-বতাহে খোজকাঢ়িয়েই অহা-যোৱা কৰে, আজিনো ট্ৰামত উঠিল কিয় হঠাৎ? খুব লৰালৰি কিবা?

মই সিদ্ধান্ত কৰিলো যে এইটো মোৰ সমস্যা নহয়, আৰু হাবাধন বসাকৰ গলিত সোমালো। গলিটোত সিমূৰে মাত্ৰ এটা লাইট, বাকীখিনি এন্ধাৰ, মাথো মাজে মাজে দুই এটা ঘৰৰ খিৰিকিৰ পোহৰ। খোলা ডাষ্টবিনবোৰৰ পৰা ৰাজ্যৰ বস্তুৰ বিমিশ্ৰিত অনিৰ্ণেয় গোন্ধ। দিনৰ স্কুলৰ পৰা আহি আবেলি আবেলি তাই আকৌ কোনোবা নৈশ-বিদ্যালয়ত কাম কৰিবলৈকে যায় নেকি সঁচাকৈ, মই ভাবিলো, আৰু মই বুজিব নোৱাৰিলো আজি তাইৰ ট্ৰামত উঠাৰ কি দৰ্কাৰ পৰিল। কেইবাটাও সম্ভাৱনা মোৰ মনেৰে তৎক্ষণাৎ বাগৰি গল: তাইৰ দৰ্মহা বাঢ়িছে, তাইৰ ক'ৰবাত নিমন্ত্ৰণ আছে (তাইৰো আকৌ ক'ৰবাত নিমন্ত্ৰণ থাকিব পাৰে নেকি!); জৰুৰী ডাক্তৰৰ দৰ্কাৰ··· হয়তো মাকৰ আজি আকৌ টান, সেয়ে হ'লে তায়েই যাব লাগিব ডাক্তৰ মাতিবলৈ, কাৰণ ভায়েক ভনীয়েক কেইটা সৰু, অন্য ডাঙৰ মানুহতো নায়েই। শেষৰ সম্ভাৱনাটোত মোৰ মন প্ৰফুল্ল হ'ল, কাৰণ বুঢ়ীজনী ৰুগ্না যদিও চিঞৰ-বাখৰত সুস্থা বুঢ়ীতকৈ কোনোগুণে কম নহয়, আৰু জীয়েকৰ লগত কাজিয়া কৰাৰ কাৰ্য্যসূচী দৈনন্দিন, বুঢ়ীৰ বহুত অসন্তোষ আৰু বুঢ়ীৰ বহুত আপত্তি। বুঢ়ীৰ যদি যাবৰ হৈছে, যাওক, আত্মাই শান্তি পাওক, আৰু হাবাধন বসাক লেইনটোত শান্তি আহক! কিন্তু যদি সৰু পঙ্গপালটোৰ কোনোবাৰ······সিহঁতৰ সংখ্যাটো সঠিক ভাবে মই এতিয়াও ধৰিব পৰা নাই, তিনি, চাৰি, পাঁচ···(আচলতে, তাইহঁতৰ ঘৰৰ দুয়োপিনে ওপৰে-তলে ইমান কেইটা পৰিয়াল, আৰু প্ৰতিটো পৰিয়ালৰে



ইমানবোৰ লৰা-ছোৱালী চাৰিওপিনে ওলাই সোমাই দৌৰাদৌৰি কৰে যে ধৰাই টান, কোন ঘৰৰ কোনটো)। মই ভাবিলো যে তথাপি সংখ্যাটো সৰু, এটা "**random sample**" লৈ সংখ্যাবিজ্ঞানেৰে নিৰ্দ্দিষ্ট কৰাটো সম্ভৱ নহ'বগৈ! আৰু সম্ভৱ হলেও, কি দৰ্কাৰ? এই বিৰাট চহৰ, অজস্ৰ অজস্ৰ মানুহ, কোনে কাৰ খবৰ ৰাখে, সময় ক'ত, কাৰ কথাত কাৰ কি!

আন্ধাৰ চিৰিখনেৰে ওপৰলৈ উঠিব ধৰিলো। কোনোবাই শঙ্খ বজাইছে। এটা কেচুৱাই কান্দিছে। কোনো এটা পৰিয়ালৰ পাকঘৰত তেলত পাঁচফোড়ন দিছে (আৰু সেই শব্দ তল পেলাই উচ্চৈস্বৰে ছোৱালী এজনীয়ে সংস্কৃত পঢ়িছে: নৰঃ নৰৌ নৰাঃ, নৰঃ নৰৌ নৰাঃ, নৰঃ নৰৌ—)। শেষ চিৰিখন উঠাৰ পাচত উজুটি খালো। দিয়াচলাই কাঠি এটা জলাই দেখিলো চিৰিৰ ওচৰত ট্ৰাঙ্ক-হ'ল্ডল আৰু পানীৰ কুজা এটা দ'ম কৰা, কোনোবা বোধহয় ক'ৰবালৈ যাব ওলাইছে। ধাৰণা হল, মোৰ ভৰিৰ আগটো ফুলি গৈছে। এনেকুৱা ক্ষুদ্ৰ ক্ষুদ্ৰ "জীৱনযাপনৰ সমস্যা" বোৰেই মাজে মাজে ভৰাই তোলে, এই মেচটো এৰি ইনষ্টিটিউটলৈকে উঠি নো নাযাওঁ কিয়। সুধাংশু আৰু অনিমেষ তাতে থাকে, শোৱে, সিহঁতৰ উৎসাহ অসীম। মোকো তালৈকে মাতি আছে, কিন্তু মই অকলে থাকিব বিচাৰো যেনেতেনে। প'ষ্ট্‌ গ্ৰেজুৱেটৰ সময়ৰ পৰাই ইয়াত আছো, অভ্যাস হৈ গৈছে, এৰিবৰ মন নাই। হয়তো অন্য কাৰণো আছে, কিন্তু সেইবোৰ মই নিজৰ লগতেই আলোচনা নকৰো, গতিকে বাৰান্দাৰ পৰা সিপিনৰ বাৰান্দাখনলৈ চাই পাঠিয়ালো। শ্ৰীমতী বিহ্বলাৰ সংসাৰত কি ঘটিছে বুজা নগল, কাৰণ এপাত খিৰিকি বন্ধ আছে, আৰু বাকীখিনি শুকাবলৈ মেলি দিয়া শাড়ী এখনে ঢাকি ৰাখিছে। দুয়োপাত খিৰিকি খোলা থাকিলেও সাধাৰণতে ইমান দূৰৰ পৰা স্পষ্টভাৱে একো নেদেখি, তাতে দিনৰ ভাগত প্ৰায়ে ভিতৰত ৰচী এডালত আঁৰি দিয়া কাপোৰবোৰে সকলো ঢাকি ৰাখে। কোঠাটোৰ ভিতৰৰ এটা চুক অলপ চকুত পৰে, চকুত পৰা বস্তুৰ ভিতৰত চেতাৰ-জাতীয় কিবা এখন বাকচ এটাৰ ওপৰত তুলি বেৰত আউজাই থোৱা যেন ধাৰণা হয়—ইমান দূৰৰ পৰা ধৰা টান, এদিন কানাইবাবুয়ে মন্তব্য কৰাতহে মন কৰিছো। কানাইবাবুয়ে কৈছিল, "এই ঘৰত বোধহয় মোৰ সমগোষ্ঠীয় আৰু এজন আছে, কিন্তু তেওঁ নিতান্তই নীৰৱ সংগীতসাধক। কোনো দিন তো সেই বস্তুটো বজা নুশুনিলো, ইয়াত আজি ইমান দিন আছো···কিন্তু আশা আছে, আশা আছে, এদিন পুৱা উঠি শুনিম হাবাধন

বসাকৰ গলিত ভৈৰৱীৰ মূৰ্চ্ছনা, শিল্পীয়ে আত্মপ্ৰকাশ কৰিছে,···আৰু সেই শিল্পী—ঠিক ধৰিছে—অনামিকা স্বয়ং···আসিবে সে দিন আসিবে।" অনামিকা নামটো কানাইবাবুয়ে দিয়া, কাৰণ তাইৰ নামটো আমি আজিলৈকে নাজানো।

মই অহা গম পাই কানাইবাবু চপ্পলৰ চটপ্ চটপ্ শব্দ কৰি ওলাই আহিল। মই বিৰক্ত হ'লো। মোৰ অকলে অকলে থকাৰ ইচ্ছা আছিল এতিয়া। তেওঁৰ পিনে নোচোৱাকৈয়ে মই তলাটো খুলিলো। তেওঁ ক'লে যে তেওঁৰ কোঠাত সকলোৱে মিলি ব্ৰীজ খেলিব ধৰিছে, সেইবাবে তেওঁ মোৰ ওচৰলৈ গুচি আহিল। মোৰ কাণত বাজিল যেন নিতান্ত ক্ষমাপ্ৰাৰ্থনাৰ সুৰত তেওঁ মোক দিগ্দাৰ কৰিবলৈ অহাৰ বাবে দিয়া কৈফিয়ৎ। মই মূৰ তুলি তেওঁৰ পিনে চালো। তেওঁৰ পাঞ্জাবীৰ জেপত কলমডালৰ পৰা চিঞাহী লাগিছে, তেওঁ অনিশ্চিতভাবে সোঁহাতেৰে বাওঁহাতৰ আঙুলিবোৰ মোটোকাইছে, আৰু তেওঁৰ ক্ষীণ, গালভঙা মুখখন আৰু বেচি বহি গৈছে আৰু দীঘল দেখা গৈছে। মই স্বীকাৰ কৰিবলৈ বাধ্য হলো যে কানাইবাবুয়ে ভাল বাঁহী বজাব পাৰে, কিন্তু তেওঁক ঠিক সুশ্ৰী বোলা টান। তেওঁ কলে যে লৰাটোক তেওঁ দুকাপ চাহৰ ব্যৱস্থা কৰিবলৈ পঠাইছে, এতিয়াই আহিব। (এইটো কানাইবাবুৰ মোৰ মেজাজ ভালে ৰখাৰ চেষ্টাবোৰৰ এটা। মোৰ হাঁহি উঠিল) আশ্বস্ত হৈ দেখিলো যে তেওঁ পাঞ্জাবীৰ জেপৰ পৰা বাহিৰ কৰিলে বিড়ি আৰু দিয়াচলাই, বাঁহীটো নহয়। এই মুহূৰ্ত্তত বাঁহী শুনাৰ মোৰ কোনো ইচ্ছা নাই। কাৰো লগত কথা পতাৰো ইচ্ছা নাই। কিন্তু মই বুজিব পাৰিলো যে কানাইবাবুৰো এতিয়া কাৰো লগত কথা পতাৰ ইচ্ছা নাই, সেই কাৰণেই তেওঁ তেওঁৰ কোঠাৰ পৰা পলাই আহিছে। তেওঁ অকলে অকলে থাকিব পৰাহেঁতেন এতিয়া বাঁহী বজালে-হেঁতেন, অথবা মই অনুৰোধ কৰিলে ইয়াতে বজাব। কিন্তু আজি তেওঁক সেই বিষয়ে উৎসাহ দিবৰ মোৰ উৎসাহ ন'হল, মই অনুভৱ কৰিলো মই ক্লান্ত, তেওঁৰ আজিৰ "মুড্" টোৰ কাহিনী শুনাৰ মোৰ কোনো আগ্ৰহ নাই। তথাপি মই চিগাৰেট এটা জলাই সাজু হলো। মোৰ ধাৰনা হ'ল, আচলতে তেওঁ অহাত মই মনে মনে ভালেই পাইছো, কাৰণ যি মুহূৰ্ত্ততে মই কোঠালিত অকলশৰীয়া হম, মোৰ নিজৰ লগত অন্যদিনৰ দৰে আকৌ ক্লান্তিকৰ তৰ্কৰ আৰম্ভ হব, ত্যক্ত নিস্ফল বাদানুবাদ। মই অপেক্ষা কৰিব ধৰিলো, চিগাৰেটৰ পেকেটটো মোলৈ ঠেলি দি বিশ্ৰী, বিমূঢ় বংশীবাদকে বিড়ি জলাব ধৰিলে।



কানাইবাবু উঠি যোৱাৰ পাচত মোৰ অনুটো সত্বাই তৎক্ষণাৎ মোক আক্ৰমণ কৰি বহিল। তাৰ বোধহয় ধাৰণা যে সি বৈজ্ঞানিক-ভাবাপন্ন। সি কলে, "এইটো কি বৈজ্ঞানিকৰ দৰে কথা হল ?"

"কোনটো ?" মই সুধিলো, "আৰু বৈজ্ঞানিকেই বা কোন ? মই ?"

"কানাইবাবাক এনেদৰে পঠাই দিয়াটো। তেওঁ আশা কৰি তোমাৰ ওচৰলৈ আহিছিল, ভাবিছিল তুমি তেওঁৰ বাঁহী বজোৱাৰ ইচ্ছাৰ ইঙ্গিতটো ল'বা। অন্ততঃ তেওঁৰ কথাখিনি তুমি সহানুভূতিৰে শুনা উচিত আছিল। তুমি শুনিছাও, কিন্তু তোমাৰ মনত কথাবোৰে কোনো ৰেখাপাত কৰা নাই, তুমি সহানুভূতিৰ অভিনয় কৰিছা মাত্ৰ। এইটো ভণ্ডামি।"

"এইটো ভদ্ৰতা।"

"প্ৰশ্ন সেইটো নহয়। প্ৰশ্ন এয়ে যে বৈজ্ঞানিকৰ অবিচল মনৰ গ্ৰহণক্ষমতা তোমাৰ আছে নে নাই। বৈজ্ঞানিক কোন ? সংগত প্ৰশ্ন। লেবৰেটৰীত কাম কৰা মানেই বৈজ্ঞানিক নহয়, এইটো তেনেহলে তুমিও মানি লৈছা। উত্তম। কিন্তু হয়তো তোমাৰ বৈজ্ঞানিক হোৱাৰ ইচ্ছা আছে ? তেহেলে, অইন দিনৰ দৰে আজিও কানাইবাবুৰ কথাই তোমাৰ মনত প্ৰতিক্ৰিয়া কৰিব লাগিছিল। কিন্তু আজিৰ লেবৰেটৰীৰ 'ফিয়াস্ক'টোৱে তোমাৰ সকলো চেতনা—"

"এইয়া কিন্তু অতিৰঞ্জন," মই মৃদুভাবে প্ৰতিবাদ কৰিলো।

"মুঠেই অতিৰঞ্জন নহয়। ডক্টৰ ঘোষলৈ চোৱা। সকলোতকৈ বেচি দুখ পাব লাগিছিল তেওঁ, সকলোতকৈ বেচি বিচলিত হোৱাৰ কাৰণ আছিল তেওঁৰ। কিন্তু তেওঁ কি কৰিছে ? তেওঁ হাঁহিমুখে তোমালোকক পুনৰ আৰম্ভৰ পৰা বেলেগ এটা থিয়ৰি আৰু বেলেগ এটা প্ৰণালী দিবৰ চেষ্টা কৰিছে, তেওঁ মাথো কৈছে, নিগে'টিভ্ ৰিজাল্ট মাজে মাজে পোৱা যাবই। তেওঁ কৈছে, 'it is all in the day's work."

"বুজিছো, বুজিছো," মই অধৈৰ্য্যভাবে কলো, "ইয়াৰ পাচত তুমি আকৌ এবাৰ মাডাম ক্যুৰীৰ কাহিনী শুনাবা, গীতাত বৰ্ণিত 'স্থিতপ্ৰজ্ঞ,' মাহৰ পাচত মাহ নিস্ফল পৰীক্ষাই যাৰ মন প্ৰভাৱিত কৰিব পৰা নাছিল, হৰ্ষবিষাদৰ কুঁৱলীয়ে যাৰ বৈজ্ঞানিক দৃষ্টিভঙ্গী আচ্ছন্ন কৰিব পৰা নাছিল, টন টন "পিচব্লেণ্ড'ৰ পৰা কেই মিলিগ্ৰাম মাত্ৰ ৰেডিয়াম পৃথক কৰিব নোৱৰালৈকে—"

“অথবা টমাচ আলভা এডিচন,” অলপো নদমি, প্ৰায় ঠাট্টাৰ সুৰত সি কলে “সফলতা লৈ আনন্দ কৰিবৰ বা ব্যৰ্থতা লৈ চকুপানী টুকিবৰ যাৰ সময় নাছিল। তুমি কি ক’বা মই জানো। তুমি ক’বা, ‘**never mind Edison,** এডিচনৰ লক্ষ্য আছিল কেৱল নিত্য-নতুন যন্ত্ৰপাতি উলিওৱা, এডিচনে ডিফাৰেন্সিয়েল্ কেলকুলাচ্ পৰ্য্যন্ত নাজানিছিল।’ তুমি আজিৰ যুগৰ, তোমাৰ এই মনোবৃত্তি লৈ তৰ্ক নকৰাই ভাল হব। তৰ্কৰ শেষ নাই। কিন্তু এডিচনৰ বা মাডাম ক্যুৰীৰ এটা বস্তু নাছিল, যিটো তোমালোকৰ আছে—নাম কৰাৰ ইচ্ছা, প্ৰশংসালাভৰ আকাঙ্ক্ষা, ভেনিটি।”

“ভেনিটি!”

মই আচৰিত হলো, আৰু লাহে লাহে ক’লো, “তুমি জানা, আমাৰ পৰীক্ষা ভাল হৈছিল, ভাল চাকৰি পাইছিলো, নাম কৰাৰ সুযোগ পাইছিলো। তুমি জানা, আমি তথাপি ডক্টৰ ঘোষৰ সৰু থৰ্মো’ডাইনামিক্স্-গ্ৰুপটোতে যোগ দি লাগি আছো, ইয়াত টকা নাই, প্ৰচপেক্ট নাই, চেন্সেচনেল একো ঘটাৰ সম্ভাৱনা নাই। তুমি দেখিছা, এই মেচটো পৰ্যান্ত মই এৰি যাব পৰা নাই। ইয়াৰ নাম ভেনিটি?”

সি বোকৰেঁ৷ লক্ষ্য নকৰিলে যে মই তাৰ অভিযোগটো এৰাই গলো, সি অস্পষ্ট এটা বিদ্ৰূপৰ হাঁহি মাৰিলে আৰু ক’লে, “হাৰাধন বসাকৰ গলিত কিয় তুমি পৰি আছা সেইটো তুমিও জানা, মইও জানো।”

“তুমি জানিব পাৰা, মই নাজানো,” মই খঙেৰে কলো, “অন্ততঃ, মই তোমাৰ দৰে নিশ্চয় নহওঁ।”

“**You bore me**”, হতাশাৰ সুৰত সি কলে, “তোমাৰ ফেকাল্টিবোৰৰ **modulus** গোল্লাৰ পিনে যাব ধৰিছে। বোধহয় চাপ্লাইৰ অভাৱ। গতিকে, তুমি বৰং খাই আহাগৈ।”

ঘড়ি চাই দেখিলো, খাবৰ সময়ো হৈছে। ওলাই গ’লো। চিৰিৰে নামিবৰ সময়ত দেখিলো, মালবস্তুখিনি অদৃশ্য হৈছে, কিন্তু কোনোবাই কুজাটোৰ পানীখিনি বগৰাই থৈ গৈছে, ধূলিময় মজিয়াত পানী পৰি বোকাৰ দৰে হৈছে, মোৰ চেণ্ডেল আৰু ভৰি লেতেৰা হৈ গ’ল। অত্যন্ত বিৰক্ত হ’লো। যেতিয়া আকৌ ওপৰলৈ উঠি আহিলো তেতিয়া অনামিকাৰ সংসাৰত বোধকৰো বন্ধনৰ আয়োজন চলিছে। ঘুলঘুলিখনেৰে বৈ বৈ কয়লাৰ ধোৱাঁ ওলাইছে। কোনে ভাত ৰান্ধিছে?



তাই উভতিছে নে নাই ধৰিব নোৱাৰিলো, কাৰণ খিৰিকিখন বন্ধ। মই ৰেলিঙৰ কাষত বৈ এটা চিগাৰেট জলালো, আৰু নিৰ্লিপ্তৰ দৰে খিৰিকিখন নিৰীক্ষণ কৰিব ধৰিলো। বাৰান্দাখন এন্ধাৰ, মাথো অ’ৰ ত’ৰ দুই এখন খিৰিকিৰ পোহৰেৰে বস্তু মণিব পাৰি। হঠাৎ খিৰিকিখন সশব্দে খুলি গ’ল আৰু সৰু হাত এখনে গিলাচ এটা উলিয়াই অলপ পানী দলিয়াই দিলে। বোধহয় সৰু কেইটাৰ কোনোবা এটা (সিহঁতৰ মূৰৰ ওপৰ ভাগহে খিৰিকিৰে দেখা যায়)। বিড়িৰ গোন্ধ পালো। ভাত খাই কানাইবাবু উঠি আহিছে। তেওঁ মোৰ ওচৰত থিয় হৈ নীৰবে বিড়ি টানিব ধৰিলে আৰু মোৰ দৃষ্টি অনুসৰণ কৰি খিৰিকিখনলৈ চালে। তেওঁ কলে যে আজি বোধহয় “লম্বুসায়েব” আহিছিল, আবেলি খিৰিকিখনৰ পৰা বহুতো ৰকমৰ তৰ্ক-তিৰস্কাৰ-চিঞৰৰ দৰে শব্দ ওলাইছিল, বোধহয় এইবাৰ “লম্বুসায়েবৰ” মেজাজ আহিয়েই খাৰাপ হৈ গল, বুঢ়ীয়েও চিঞৰিছিল (অৱশ্যেই কিছু)। তাৰ পাচত গধূলি মাল বস্তু লৈ “সায়েব” ওলাই গৈছে বাৰান্দাৰে। এইখিনি খবৰৰ পৰা বহুতো কথা বুজা গ’ল, আৰু একো বুজা নগ’ল। “লম্বুসায়েব” অনামিকাৰ ককায়েক (আমাৰ অনুমান—চেহেৰাৰ পৰা), তেওঁ এজন দীঘল আৰু সায়েবী ভূষণ (আৰু মেজাজ)ৰ মানুহ। তেওঁ বোধহয় মফঃস্বলত থাকে, মাজে মাজে আবিৰ্ভূত হয়, আৰু তেনেদৰেই অদৃশ্যও হয়। মই ভাবিবলৈ বাধ্য হলো যে সেই সেই সময়ত অনামিকাৰ বিহ্বল মুখখন অ-সাধাৰণ ভাবে ক্লিষ্ট দেখা যায়, অন্ততঃ কানাইবাবুৰ মতে। মই আৰু ভাবিবলৈ বাধ্য হলো যে বৰ্ত্তমান বিশ্বৰ বহু থিয়ৰিৰ দৰে এটোও এতিয়ালৈকে এটা থিয়ৰি মাত্ৰ।

সকৰুণ মুখে কানাইবাবুয়ে আৰু জনালে যে তেওঁৰ ঘৰৰ ব্ৰীজ-খেলা আজি ৰাতি এটা দুটাৰ আগেয়ে শেষ হোৱাৰ কোনো লক্ষণ নাই, তেওঁলোকে ভাত পানী এৰিছে, এইমাত্ৰ লৰাটোক চাহ চিগাৰেট আৰু চিঙাৰা আনিব পঠিয়াইছে। বিড়িটো দলিয়াই দি তেওঁ মুখত বিদ্ৰোহ ফুটাই তুলি কোঠাত সোমাল। চিৰিৰে এজনী ছোৱালী উঠি অহাৰ শব্দ শুনিলো, শ্ৰান্ত আৰু জোখা জোখা, আৰু চিৰিৰ শেষ ভাঁজটোৰে পৰিচিত কাপোৰৰ-বেগটো প্ৰথমে উঠি আহিল, এই আধা পোহৰতো মই ধৰিব পাৰিলো। কিবা এখন বেগটোৰ পৰা ওলাই আছে, মই লৰালৰিকৈ লক্ষ্য কৰিলো—যেন এখন “দেশ” ভাঁজ কৰি বেগৰ ভিতৰত খুচি থোৱা। মই এক মুহূৰ্ত্ত ইতস্ততঃ কৰিলো, তাৰ পিচত দ্ৰুতবেগে মোৰ কোঠালিত সোমাই পৰিলো।

মই অতি ব্যস্ত হৈ জেপত চিগাৰেটৰ পেকেটটোৰ কাৰণে খেপিয়াব ধৰিলো আৰু ক্ষিপ্ৰ গতিত চিন্তা কৰিলো কেনেকৈ তাক কোনো মন্তব্য কৰিবলৈ সুযোগ নিদিব পাৰি। "A propos কানাইবাবু" মই ক'লো আৰু চিগাৰেট এটা জলালো, যেন কথাটো মোৰ হঠাৎ মনত পৰিল, "তুমি জানা তোমাৰ অভিযোগ ঠিক নহয়, মোৰ মেজাজ খাৰাপ হৈ আছিল, লেবৰেটৰীত সেইখন, দিনটো গেলা গৰম, ৰাস্তাত ধূলি, ট্ৰামত অমানুষিক ভীৰ—"

"আৰু হাবাধন বসাকৰ গলিত সেমেকা দুৰ্গন্ধ" সি নিৰ্বিকাৰ ভাবে কলে, "জীৱনযাপনৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সমস্যা—"

"আৰু কানাইবাবুৱে কথা কৈ থকা সময়ত ক'ৰবাৰ পৰা মোক উবহ এটাই কামুৰি আছিল—"

"A man is as big as his irritations"

"আৰু চাহৰ কাপটো ৰাজ্যৰ মাখিয়ে আহি আগুৰি ধৰিছিল। তোমাৰ বাক্যটো নিশ্চয় লিখিছিল এজন মানুহে, যিজনে নাজানে এনেকুৱা দেশ আছে, যত শান্তিৰে এককাপ চাহ খাব নোৱাৰি।"

"এইটো গ্ৰীষ্মমণ্ডল। এইখন এখন গৰম দেশ।"

"আমেৰিকাও এখন গৰম দেশ।"

এটা নীৰবতা নামি আহিল আমাৰ মাজত।

মই ঘুলঘুলি খনৰ পিনে চাই চিগাৰেট খাব ধৰিলো। অন্যদিনৰ দৰে আজিও তাৰ সমুখত ধোঁৱাবোৰে এটা জালিকটা পেটাৰ্ণ ৰচিলে, মিলি গ'ল, ৰচিলে। মই ধাৰণা কৰিব পৰিলো যে ঘুলঘুলিৰ তলত চলা-বিচনাত ওপৰা-ওপৰি আৰু একা-বেকা হৈ ল'ৰা-ছোৱালী কেইটা শুই আছে, সিহঁতৰ বুকুবোৰৰ উঠা-নমা আৰু নিশ্বাসৰ শব্দ নিয়মীয়া, অন্য এটা পেটাৰ্ণৰ দৰে। কাষৰ সৰু কোঠাটোৰ পৰা বৃদ্ধাৰ কাহৰ শব্দ, পেটাৰ্ণটোত তাৰো এটা স্থান আছে। মোৰ সমুখত সাপ্তাহিক আলোচনীখন নেমেলাকৈ পৰি থাকিল, পুৰণি চেতাৰখনৰ পৰা মই দৃষ্টি ঘূৰাই আনিলো, চাৰিওপিনে বিস্তৰ শূন্য ঠাই থকা যেন লাগিল মোৰ। আৰু মই দেখিলো যে কিছুমান কাঁহী-বাতি-গিলাচ ধোৱাৰ অপেক্ষাত দ'ম হৈ পৰি আছে, আৰু মোৰ মনত পৰিল যে মই কালি পুৱাই উঠিব লাগিব। মই শুবলৈ চেষ্টা কৰিলো··· এটা অস্পষ্ট গোলমালত মই চমক খাই উঠিলো, পেটাৰ্ণটো আকৌ মিলি গল। মোৰ খিৰিকীখনেৰে বাহিৰলৈ চাই পঠিয়ালো, আৰু মই বুজিলো যে বুঢ়ীয়ে



কিবা চিঞৰিছে, ৰাতিৰ নিস্তব্ধতাত—মই তীক্ষ্ম মনোযোগেৰে চেষ্টা কৰি দেখিলো—দুই-এটা শব্দ শুনাও যায় ইমান দূৰলৈ ঃ"—এদ্দিন পৰে এ'ল"—"আমাৰ মৰণ হয়না"—"ধিঙ্গি মেয়ে—"

মই সিদ্ধান্ত কৰিলো যে পৃথিৱীত বুঢ়ীৰ সংখ্যা বৰ বেচি হৈ গৈছে, আৰু মই আকৌ শুবৰ চেষ্টা কৰিলো।

"ঘৰলৈ চিঠি লিখিব থাকিল। চিন্তা কৰিব।" ৰুঢ়ভাবে সি কলে।

"মই অন্য এখন কিবা লিখাৰ পৰিকল্পনা কৰিছো", আধা টোপনিতে বিৰবিৰাই মই কলো, "মোৰ mangnum opus···মনুষ্যসমাজৰ হিতাৰ্থে, বুজিছাই··· A comprehensive Treatise on the Techniques of Old-Hag-Elimination···"

সি অস্পষ্টভাবে হাঁহিলে। কেইঘণ্টা টোপনি আহিছিল ক'ব নোৱাৰো, হঠাৎ আকৌ সাৰ পালো। মই বুজিলো মই ভালদৰে শোৱা নাই। এন্ধাৰত একো মণিব নোৱাৰিলো। মই চিগাৰেটৰ পেকেটটোৰ কাৰণে খেপিয়ালো, আৰু হাতেৰে মূৰটো চেপি ধৰি বিচনাত উঠি বহিলো। কিবা এটা সপোন দেখিছিলো, বুজিলো, কোনোমতে মনত নপৰিল কি সপোন, আচৰিত! মই ক'লো, "A propos ভেনিটি। কথাটো হঠাৎ মনত পৰিল।"

"কি?"

"তেতিয়া কথাটো এৰাই গৈছিলো। বেয়া লাগি আছে।"

"ঠিক আছে, ঠিক আছে। অবচেতন মনৰ গভীৰতাত হয়তো কোনোৱেই এই অভিযোগৰ হাত সাৰিব নোৱাৰে। শুই থাকা।"

"তেনেহ'লে, এইটো একো লাজৰ কথা নহয়, নহয় জানো? অন্ততঃ মাত্ৰা এৰাই নগলে।"

"এৰা। নিজৰ বিষয়ে প্ৰবন্ধটোৰ ওপৰত সৰু জীৱনীমূলক টোকাটো পঢ়ি স্বয়ং গালিলিঅ' আৰু মাক্স্ প্লাঙ্কেও বেয়া নাপাব, ডক্টৰ ঘোষে তো নাপায়েই!"

"আৰু, তুমি জানা, আমি যদি সফলো হওঁ, তাৰ কাৰণে পৃথিবী আলোড়িত নহয় বুলিও আমি ভালকৈয়ে বুজো। আমাৰ ইমান উদ্ভাৱনা, ইমান ধৈৰ্য্য, ইমান চেষ্টাৰ স্বীকৃতি হবগৈ হয়তো মাত্ৰ "ফিজিকেল ৰিভিউ"ত কাৰোবাৰ প্ৰবন্ধ এটাত এটা ফুটন'ট্ ঃ Ghosh and his co-workers, however, succeeded

in finding a point of inflexion at a temperature as high as···"

"তোমাৰ মূৰ বিষাইছে", সহজ মাতেৰে সি কলে, "এটা এচ্‌পিৰিন্ খোৱা। অলপ পানীৰে। শুই থাকা।"

উপদেশটো মই গ্ৰহণ কৰিলো।

পুৱা সাব পাই অনুভব কৰিলো, মূৰৰ বিষ আৰু নাই, আৰু ধুলধুলিৰে ইতিমধ্যেই বদৰ পোহৰ সোমাইছে, আৰু বাৰান্দাৰে মানুহ অহা যোৱা কৰিছে। গৰমটো ইতিমধ্যেই উঠি আহিছে, কিন্তু এতিয়াও তীব্ৰ হৈ উঠা নাই। কামলৈ গলো। দুপৰীয়া হঠাৎ আকৌ মূৰ বিষাব ধৰিলে, অত্যন্ত দুৰ্বল অনুভৱ কৰিলো। আবেলি আকৌ আহিম বুলি ডক্টৰ ঘোষক কৈ ঘৰলৈ উভতি আহিলো। চিৰিৰ তলত উঠিব খুজি ৰৈ গলো। অনামিকা ওপৰলৈ উঠিছে। হাতত জপোৱা ছাতি এটা আছে, কাষলতিৰ তলত কাপোৰৰ-বেগটোও আছে। মই উদ্বিগ্ন হৈ তলত অপেক্ষা কৰি থাকিলো তাই উঠি নোযোৱা পৰ্য্যন্ত, মই আশা কৰিলো তাই যেন উভতি নাচায়। ওপৰৰ বাৰান্দাৰ কোনত আমাৰ মেচৰ লৰাটো টুল এখনৰ ওপৰত বহি আৰ্চি এখন চাই চাই মূৰ ফনিয়াই আছিল, পাৰ হৈ যাবৰ সময়ত তাই তাৰ পিনে মুখ ঘূৰাই চালে, তাৰ পাচত নেদেখা হৈ গল। অলপ ৰৈ মই উঠি আহিলো। কানাইবাবুক পোৱা হলে ভাল আছিল, মোৰ ধাৰণা হল, কিন্তু তেওঁৰ দুৱাৰত তলা বন্ধ। কোঠাত সোমায়েই মই জোতাযোৰ নোখোলাকৈয়ে বিচনাত দীঘল দি পৰিলো। এই চিগাৰেট জলাবৰ ইচ্ছা হল, কিন্তু পকেটত হাত সুমুৱাবলৈকে মই ক্লান্ত যেন অনুভৱ কৰিলো, মই মাথো চকু মুদি ভাবিবৰ চেষ্টা কৰিলো।

"তোমাৰ জ্বৰ উঠিব খুজিছে যেন পাইছো," সি ক'লে "এতিয়া একো নাভবিবৰ চেষ্টা কৰাই ভাল হব।"

"মুখখন একেবাৰে ক'লা পৰি গৈছে।" মই কলো, "মুখখন বদত ঘুৰি ঘুৰি ক্ৰমান্বয়ে শুকান হৈ গৈছে, ক'লা পৰি গৈছে। দুবছৰ আগেয়েও তাইৰ মুখখনত কেনেকুৱা লাৱণ্য আছিল ! ইমান ঘুৰাঘুৰিৰ দৰ্কাৰ কি ?"

"এইখন এখন গৰম দেশ," সি যান্ত্ৰিকভাবে পুনৰাবৃত্তি কৰিলে, তাৰ পিচত সুধিলে, "কানাইবাবুয়ে সেইদিনা কি কৈছিল বাৰু ?"

"ঠিক মনত নাই······ষ্টুপিড কথা······থাইচিচ হবলৈ তাইৰ আৰু বেচি দিন



নাই···ইয়াৰ পৰা যাব লাগিব···লম্বুসায়েবে বুঢ়ীক আৰু ল'ৰা-ছোৱালী কেইটাক লৈ যাব। ডাক্তৰ আহি থাকে······তাইক স্কুলত আৰু কামত নাৰাখে······ মেলনিউট্ৰিচন······"

"ষ্টুপিড কথা ?"

"থিয়ৰি।" মই দুৰ্ব্বলভাবে কলো, "থিয়ৰি। কানাই বাবুৰে শুনা কথা। অনুমান কৰা কথা। তাইহঁতক তেওঁও নিচিনে, মইও নিচিনো। Unwise to theorise on insufficient data······"

"কিন্তু লক্ষণ বহুত······"

মূৰটো বেচিকৈ বিষাব ধৰিলে, আৰু আমি এটা বিৰতি টানিলো। এইটো এটা পাৰস্পৰিক বুজা-বুজি। এটা খচ খচ শব্দত কিছু সময় পাচত এই আধা টোপনিৰ পৰা সাৰ পালো, চকু মোহাৰি বিচনাৰ ওপৰত উঠি বহিলো, আৰু দেখিলো যে মজিয়াৰ ওপৰেৰে নিগনি এটাই খবৰৰ কাগজ এখন বিচনাৰ তললৈ টানি লৈ যাব ধৰিছে। মই ক'লো, "A propos গৰম দেশ, তেনেকৈ কৈ থকাৰ পৰা কি লাভ হব ? এই গৰমৰ আলস্য আৰু কৰ্ম্মবিমুখতা, মন আৰু জীৱনৰ ইমান দৈন্য আৰু ক্লান্তি, ব্যাধি আৰু মালিন্য,—দিনৰ পাচত দিন 'এইটো গ্ৰীষ্মমণ্ডল' বুলি কলেই লেঠা মৰিব নেকি ?"

"তুমি সাহিত্য কৰিবৰ চেষ্টা কৰিছা নেকি ?"

এটা হাঁহিৰ আভাস। মই মনে মনে থাকিলো।

"কি কৰিব পাৰা তুমি ?" সি কলে, "কি লাগে তোমাক ?"

"এৰা, মই সাহিত্যই কৰিব খুজিছো," মই বেপৰোৱা ভাবে কলো, "মোক লাগে পৃথিবীলৈ বসন্ত আহক।"

"বুজিছো। 'আমাৰ ভূবনে এল, বসন্ত······'—সুৰটো কেনেকুৱা আছিল ? যিহওক, বসন্তও আহিব। গ্ৰীষ্মৰ পাচত শৰত, শৰতৰ পাচত শীত, আৰু শীতৰ পাচত···If winter comes···"

"চিৰবসন্ত," মই কলো।

কথাটো সি বুজি নাপালে।

"চোৱা," মই কলো, আৰু উত্তেজনাত দিয়াচলাইটো খামুচি ধৰিলো "চোৱা, পৃথিবীত যে ঋতু-পৰিবৰ্ত্তন হয় তাৰ কাৰণ পৃথিবীয়ে সূৰ্য্যৰ চাৰিওপিনে উপবৃত্তাকাৰ—elliptical—কক্ষ এটাও ঘূৰে। এইটো জানো অভাবনীয় যে কিবা উপায়েৰে আমি

পৃথিবীৰ কক্ষপথ এনেদৰে সলাই দিলো, যে ঋতু-পৰিবৰ্ত্তনৰ সম্ভাবনা দূৰ হ'ল, পৃথিবীৰ সকলো ঠাইতে মাথো বসন্ত বৈ গল ?"

"কক্ষপথ সলাবা ?" বিভ্ৰান্তকণ্ঠে সি সুধিলে।

"গ্ৰহ এটাৰ কক্ষপথ পৰিবৰ্ত্তন কৰাটো থিয়ৰেটিকেলি অসম্ভৱ নহয়।" মই লাহে লাহে ক'লো, আৰু অলপ শান্ত হৈ এটা চিগাৰেট জলাব ধৰিলো, "কথা হৈছে, কি পৰিবৰ্ত্তন। ধৰা আমি বৃত্তাকাৰ কক্ষপথলৈ যাব খুজিছো। টান হ'ব জানো? উপবৃত্তটোৰ অক্ষ-ৰেখা দুডাল সমান কৰিব পাৰিলেই এটা বৃত্ত হব। আমি মাথো পাব লাগিব $a=b$"

"অৱশ্যেই," অনিচ্ছাস্বত্বেও সি ৰাজী হল, "কিন্তু পৃথিবীৰ কক্ষপথ পৰিবৰ্ত্তন—"

"পৃথিবীখনৰ ওজন লোৱাটোও কেনেকুৱা অদ্ভূত কথা যেন লাগে," মই ক'লো, "কিন্তু কেভেন্দিচে পৃথিবীক ওজন কৰিহে এৰিলে।"

"বস্তু এটাৰ বিষয়ে জনা, আৰু বস্তু এটাক কিবা কৰা—এই দুয়োটা সম্পূৰ্ণ বিভিন্ন কথা।"

"মুঠেই নহয় ( যদিও তোমাৰ এই মন্তব্যৰ প্ৰসঙ্গ-সঙ্গতি মই দেখা নাই ইয়াত )। কোৱাণ্টাম্ থিয়ৰিয়ে কি প্ৰমাণ কৰিছে ? প্ৰমাণ কৰিছে যে পৰীক্ষা আৰু পৰীক্ষকৰ সম্বন্ধ পাৰস্পৰিক, observer আৰু observed দুটা সম্পূৰ্ণ স্বতন্ত্ৰ বস্তু বা entity হৈ থকাৰ কথা আৰু ভাবিব নোৱাৰি, ইটোৰ ওপৰত সিটোৰ প্ৰভাব বা ক্ৰিয়া--প্ৰতিক্ৰিয়া অলজ্ঘ্যণীয়। বোধকৰো তোমাৰ মনত আছে, কোপেন্‌হাগেন্ কংগ্ৰেচত—"

"তুমি পাহৰি গৈছা", সি বাধা দি কলে, "যে বসন্ত—চিৰ বসন্ত—হয়তো আহিব, বসন্ত আহিব গ্ৰহটোলৈ, to the world at large, তোমাৰ মোৰ বাবেও আহিবই যে, তাৰ নিশ্চয়তা কি ?"

"তুমি মোক বিভ্ৰান্ত কৰিবৰ চেষ্টা কৰিছা," মই খঙেৰে কলো।

"মুঠেই নহয়। তুমিও জানা, তোমাৰ বিজ্ঞানৰ বাদেও আৰু বহুতো ৰকমৰ বিজ্ঞানৰ উন্নয়ন আৰু প্ৰয়োগ বাকী আছে—আবেলি লেবৰেটৰীলৈ যাম বুলি কৈ আহিছা, অলপ শুবৰ চেষ্টা কৰা। তোমাৰ আকৌ মূৰ বিষাইছে। এটা এচ্‌পিৰিন্ খোৱা। অলপ পানীৰে। শুই থাকা।" উপদেশটো মই গ্ৰহণ নকৰিবলৈ অসমৰ্থ যেন বোধ কৰিলো। মই চকু মুদি সুৰ শুনিবৰ চেষ্টা কৰিলো। পেটাৰ্ণটো আকৌ লাহে লাহে প্ৰতীয়মান হৈ উঠিল। কিন্তু মই চেতাৰখনৰ পৰা



চকু ঘূৰাই নিনিলো, মই অনুভৱ কৰিলো কানাইবাবুৰ কথা সত্য কৰি শিল্পীয়ে আত্মপ্ৰকাশ কৰিব খুজিছে, আৰু মই "দেশ"খন তুলি ললো, দখিনা বতাহে তাৰ পাতবোৰ লুটিয়াই পেলালে। মই পঢ়িলো, অশোক আৰু পলাশত ৰাশি ৰাশি ৰঙা হাঁহি, প্ৰভাত আকাশত ৰাশি ৰাশি ৰঙা মেঘ, নবীন পাতত ৰঙা পুলকৰ পৰশ, মোৰ আকাশ আলোৰে ভৰিল, মোৰ আকাশ গানেৰে ভৰালো, নতুন পাতত জীৱনৰ হিল্লোল···আকৌ তেনেহলে এইয়া আমাৰ গানৰ আসৰ, অকাৰন আনন্দত কঙ্কনৰ ঝংকাৰ, তবলাৰ বোলত নৃত্যৰ ছন্দ, চাৰেঙীৰ তাঁৰত কোকিলৰ সুৰ···

ভাবি ভাবি মই টোপনি গলো, এইবোৰ মই ক'ত পঢ়িছিলো। যেতিয়া সাৰ পালো, তেতিয়া এন্ধাৰ হৈছে, আৰু মোৰ ক্লান্তি দূৰ হৈছে। মুখখন ধুই মই লৰালৰিকৈ লেবৰেটৰীলৈ ওলালো। কিছুমান থিৰিকিত পোহৰৰ টুকুৰা, অনামিকাৰ খিৰিকিখন বন্ধ। দৈনন্দিন গতিত জীৱন চলিছে, আকৌ শুনিলো ক'ৰবাত কেঁচুৱাই কান্দিছে, কোনোবাই শঙ্খ বজাইছে, কৰবাত তেলত পাঁচফোড়ন দিয়াৰ শব্দ। কিন্তু সংস্কৃতৰ ছাত্ৰীজনী কিছু আগুৱাইছে ( নৰাঃ নৰাভ্যাম্ নৰেভ্যঃ, নৰাঃ নৰাভ্যাম্ নৰেভ্যঃ, নৰাঃ নৰাভ্যাম্ নৰেভ্যঃ )। কানাইবাবুয়ে দুৱাৰ বন্ধ কৰি বাঁহী বজাব ধৰিছে, মোৰ ধাৰণা হল ৰাগটোৰ কৰুণ সুৰ মেচৰ এন্ধাৰ চিৰিবোৰেৰে আৰু একা-বেঁকা বাৰন্দাবোৰেৰে বিসৰ্পিল গতিত হেৰাই গৈছে। তলত অলপ বতাহ দিব ধৰিছে, হাৰাধন বসাকৰ গলিৰ ডাষ্টবিনবোৰৰ আবৰ্জনা আৰু টুকুৰা-টুকুৰি কাগজ আৰু ফটাকানি উৰি গৈছে। কিয় জানো—বোধকৰো ভাবৰ যোগাযোগ—মোৰ ধাৰণা হল কানাইবাবুৱে 'দেশ' বজাইছে, কিন্তু মই বুজিব পাৰিলো সেয়া 'সিন্ধু'ৰ তান।

লেবৰেটৰীতে আমি কামৰ গতিবেগ বঢ়াই দিলো, মাজে মাজে মাজনিশালৈকে কাম কৰিলো, মোৰ শৰীৰৰ অসুস্থতাক যিমান পাৰো উপেক্ষা কৰিলো, টোপনি খতি হল, খোৱাৰ অনিয়ম হল—আমাৰ চাৰিওজনৰে—আৰু আমি অন্য কথাত মন দিবলৈ পাহৰি গলো, আমাৰ সময় নহ'ল—মাজে মাজে মাথো দেখিলো, খিৰিকিৰে বুঢ়ীৰ ক্ৰুদ্ধ, অসন্তুষ্ট, ৰেখাসৰ্বস্ব মুখখন ইফালৰ পৰা সিফাললৈ আৰু সিফালৰ পৰা ইফাললৈ পাৰ হৈ গল। এদিন দেখিলো, হাতত চামৰাৰ কেন্‌ভাচিং-বেগ

এটা লৈ চুট পিন্ধা এজন দীঘল মানুহে দীঘল দীঘল খোজেৰে চিৰি বগাইছে, চাই দেখিলো লম্বুসায়েবেই হয়। তাৰ পাচত এদিন দেখিলো, চেতাৰখন যথাস্থানত নাই, বোধকৰো স্থানান্তৰিত কৰিছে ( বিক্ৰী কৰি দিছে ? )। তাৰ পাচত এদিন আমি ওৰে ৰাতি লেবৰেটৰীত কাম কৰিলো, আৰু আমি যেতিয়া হাত ধুবলৈ আৰম্ভ কৰিলো তেতিয়া ৰাতি পুৱাইছে। ডক্টৰ ঘোষে কলে, "যাক, একটা ঝামেলা মিট্‌ল !" আমাৰ পৰীক্ষা সফল হৈছে। সাফল্যৰ মাদকতাত ক্লান্তি পাহৰি, গলো, আমাৰ টোপনি ধৰা চকুত বিজয়ৰ দীপ্তি, আমাৰ অন্তৰত অপূৰ্ব, অপৰিসীম আত্মশ্লাঘা !

ঘৰৰ দুৱাৰমুখত কানাই বাবুয়ে লগ পালে। লেবৰেটৰীৰ বাহিৰত এওঁৰ আগতেই তেনেহলে আমাৰ এক্সপেৰিমেণ্টৰ প্ৰথম পৰ্য্যায়ৰ বিজয়বাৰ্ত্তা ঘোষণা কৰিম, মই উল্লসিত হৈ ভাবিলো। কানাইবাবুয়ে কৰে যে অনামিকাহঁতৰ ঘৰটো আজি খালি হৈ গল, বুঢ়ীজনীক আৰু লৰা-ছোৱালী কেইটাক লম্বুসায়েবে লৈ গ'ল আজি পুৱা। অনামিকাক আস্পতালৰ ভেন্ এখনে আহি লৈ গল। মই এটা হাহিৰ চেষ্টা কৰিলো, আৰু কলো, "কিছু শান্তি আহিল যি হওক।" মোৰ খবৰটো আৰু কানাইবাবুক জনোৱা নহল, হঠাৎ অনুভৱ কৰিলো টোপনিত মোৰ চকু মুদ খাই আহিছে, মই থিয় হৈ হৈ কথা পাতি থাকিবলৈ টান পাইছো।

দেখিলো, মোৰ কোঠাত কোমল ৰ'দ সোমাইছে। মই বেৰত মুৰ দি বিচনাত বহিলো, আৰু টোপনি-জড়িত মাতেৰে কলো, "A propos অবিচলিত বৈজ্ঞানিক। পৰীক্ষা সফল হৈছে। এখোজ আগবাঢ়িলো। তোমাৰ আনন্দ হোৱা নাইনে ?"

"নিশ্চয়। অবিচলিত আনন্দ।" সি ক'লে, "কান্ধৰ পৰা এটা ভাৰ নামি গৈছে।"

"আজি শৰতৰ পুৱা। এনেকুৱা সময়তে পুৰাকালৰ ৰজাসকলে দিগ্বিজয় কৰিবলৈ বাহিৰ হৈছিল।...এইয়া শৰতৰ বৰ্ণনা। এতিয়া শৰত নহয়, বসন্তও অহা নাই, কিন্তু মই বসন্তৰ কথাহে ভাবিছো আচলতে।"

"এৰা, মোৰ মনত আজি সঁচাকৈয়ে আনন্দ, মোৰ মনলৈ বসন্ত আহিছে। বৰ্ণনা আৰু কি আছিল ?"

"উজ্জল প্ৰভাত। ৰাতিৰ বৰষুণৰ পাচত বতাহ বিধৌত আৰু স্বচ্ছ। সূৰ্য্যৰ ৰশ্মিত সোণৰ ৰং, ইমান উজ্জল যে ধাৰণা হৈছে আমাৰ চহৰৰ কদাকাৰ ইটাৰ দেৱালবোৰৰ পৰাও পোহৰ বিকীৰ্ণ হৈছে...আৰু আমাৰ চাৰিওপিনে বসন্তৰ কোমল ৰদ খিৰিকিৰে নিজৰি পৰিব ধৰিছে..."

---

# কেন্দ্ৰাভিমুখ

আমৃষ্টাৰ্ডামৰ ট্ৰেইনখন আমি প্লেটফৰ্মত থামিল। কিছুমান মানুহ নামিল, কিছুমান মানুহ উঠিল আৰু অৱশেষত ট্ৰেইনখন গুচি গ'ল। আমাৰ্চ ফুৰ্টৰ ট্ৰেইনখন আহিবলৈ এতিয়াও প্ৰায় তিনিঘণ্টা। অসমীয়া সাহিত্যৰ চিন্তালৈ উভতি আহিলো আৰু বেঞ্চি এখনত বহি পৰিলো।

ৰটাৰ্ ডাম্ ষ্টেচনৰ প্লেটফৰ্মত বহি অসমীয়া সাহিত্যৰ চিন্তা কৰাৰ কথাটো নিশ্চয় এটা বেখাপ্পা ব্যাপাৰ। বিমানৰ চিঠিখনেই এই দুৰ্ঘটনাৰ মূল কাৰণ। ইংলণ্ড এৰাৰ আগে আগে চিঠিখন আহি পাইছে। পকেটৰ পৰা চিঠিখন উলিয়াই আকৌ পঢ়িব আৰম্ভ কৰিলোঁ; বিমানে লিখিছে যে তাৰ বিয়া, গোলোক বৰদলৈৰ সৰু জীয়েকৰ লগত। বয়স প্ৰায় ওঠৰ, এইবাৰ মেট্ৰিক দিছে। হাঁহিম নে কান্দিম বুজি পোৱা নাই। বিমানৰ বিয়া, সেই গাধাটোৰ !

চিঠিখন ইংৰাজীত লিখিছে ( অসমীয়া ভাষাত কথাবোৰ ঠিক প্ৰকাশ কৰা নাযায় বুলি বোধকৰোঁ আমাৰ ধাৰণা আছিল, আমি সদায় ইংৰাজীত লিখিছিলোঁ )। লিখিছে, প্ৰায় পাচ বছৰৰ পিচত হঠাত মোৰ চিঠি পাই বোধকৰোঁ আচৰিত হৈ যাবি। বিশেষ খবৰ এটা দিবৰ বাবে এই চিঠি লিখিব লগাত পৰিলোঁ, নহলে পাচত নিশ্চয় তোৰ গালি খাব লাগিব আকৌ আগৰ দৰে ( মোৰ গালিবোৰ তাৰ মনত আছে তেনেহলে ! )...শুনি কেনে পাবি কব নোৱাৰোঁ, অহা ২৮ তাৰিখে ডিব্ৰুগড়ৰ শ্ৰীযুত গোলোকচন্দ্ৰ বৰদলৈৰ সৰু জীয়েকৰ লগত......

যাক, এইবাৰ তেনেহলে তাৰ অসংখ্য সঘন 'ব্যাপাৰ'বোৰ নিশ্চিতভাবে শেষ হ'ল। "বোধকৰোঁ মোৰ তাহানিৰ 'এফেয়াৰ্'বোৰ তোৰ মনত আছে..." ( মনত হে নাই ! হাফপেণ্ট পিন্ধা সেই ৰমিয়'টোৰ প্ৰলাপ শুনি শুনি নষ্ট হোৱা মোৰ কাণ দুখন আজিলৈকে ভাল হৈছে নে নাই সন্দেহ )। অকল মোৰ স্নায়ুবোৰৰ ওপৰত অত্যাচাৰেই নহয়, হাত ভৰিৰ বিষো বোধহয় মনত আছে এতিয়াও। উঃ, গুৱাহাটিৰ কেইজনী জুলিয়েটৰ পিচত কম ঘুৰাঘুৰি কৰিবলগা হোৱা নাই, তাৰ লগত তাৰ পুৰণি চাইকেলখন ঠেলি ঠেলি ! বে'ন্ভলিয়ক যি হওঁক সি শেষ দৃশ্যৰ খবৰটো দিছে ! কিন্তু এনেকুৱা অকৰা মানুহ এটাই বিয়া কৰি কি

কৰিব খুজিছে ঠিক বুজা নগল। কিন্তু হৰেচিয়’, স্বৰ্গ আৰু মৰ্ত্ত্যত বহু ‘ব্যাপাৰ’ হয়···

কিন্তু এই সকলোবোৰৰ লগত অসমীয়া সাহিত্যৰ সম্বন্ধ কি ? অধৈৰ্য্য হোৱা ভাল নহয়। বিমানে তাৰ বিয়াৰ কথাৰ উপৰি মোৰ আৰু পৰেশৰ কথাও লিখিছে। লিখিছে, তোৰ সাহিত্য চৰ্চা কেনে চলিছে কব নোৱাৰোঁ। সেই বিষয়ে মোৰ বিশেষ খবৰ নাই, বেয়া নেপাবি। জানইতো, সাহিত্য-তাহিত্য মই একো বুজি নাপাও, (এইয়া বিমানৰ বিনয় নহয়, অসমীয়া-ইংৰাজীত সি নকল নকৰাকৈ কেনেকৈ পাচ কৰি গ’ল আজিলৈকে মই বুজি নাপাও, বস্তুতঃ তাৰ দৰে বেৰসিক ‘কাঠখোট্টা’ বমিয়’ কমেই দেখা যায়)। যোৱা ডিচেম্বৰ মাহত যোৰহাটত তোৰ বাইদেউৰাৰ লগত দেখা হৈছিল, তেওঁৰ পৰা তোৰ বিষয়ে কিছু খবৰ পাইছিলোঁ আৰু কিছুদিন পাচতে শ্বেফাৰ্ডচ্-বাৰ্ এৰি জাৰ্ম্মানীলৈ যাব পাৰ বুলি শুনিছিলোঁ। যিহওক, তেওঁ কৈছিল যে তই আজি পাঁচ বছৰে কোনো গল্প-টল্প লিখা নাই। এই বিষয়ত তোৰ ইমান উৎসাহ থকা স্বত্বেও কিয় হঠাত এৰি দিলি কব নোৱাৰোঁ। পৰেশৰ লগত বহুদিন দেখা হোৱা নাই—সি আজিকালি কৰঝাৰৰ হেড্‌মাষ্টৰ—কিন্তু সি এতিয়াও মাজে মাজে কিবা কিবি লেখে বুলি শুনিছোঁ···

বিমানৰ বিয়াৰ খবৰটো যদি এটা বোমা বিস্ফোৰণ, পৰেশ হেড্‌মাষ্টৰ হোৱাৰ খবৰটো অন্ততঃ মটৰৰ চকা ফুটাৰ আৱাজ। পৰেশৰ লগত বিমানৰ অৱশ্যে ৰাহি-যোৱা লগাৰ কথা নহয়, কিন্তু পৰেশ সদায় মোৰ লগত লাগি আছিল বাবে তাক এৰোৱা সম্ভৱ নাছিল বিমানৰ পক্ষে। তাৰ প্ৰলাপ শুনিবলৈ, সান্ত্বনা দিবলৈ (‘ব্যাপাৰ’ বোৰ সদায় ‘ট্ৰেজেডি’ত শেষ হৈছিল), তাৰ প্ৰেমপত্ৰৰ বাক্য আৰু বানান শুদ্ধ কৰিবলৈ আৰু শ্বেক্সপিয়েৰৰ ‘কোটেচন’ যোগাবলৈ সদাই মই ; বিমান অনবৰত মোৰ লগত জোকৰ দৰে লাগি আছিল (অৱশ্যে সি ভালদৰেই চাহ আৰু চিগাৰেটৰ খৰচ দিছিল, স্বীকাৰ কৰিবই লাগিব)। অন্যপিনে ‘বেচেৰা’ পৰেশৰ,—অতি উৎসাহী গল্প-লিখক পৰেশৰ আলোচনা কৰিবলৈ কোনো সঙ্গী নাছিল। গতিকে মোকেই সি অনবৰত বুজাইছিল যে সকলো লিখকৰে ‘ষ্টাইল’ আৰু ‘টেকনিক’ আৰু ‘ফৰ্ম্’ আৰু তেনেকুৱা অদ্ভুত অদ্ভুত নামৰ কিবা কিবি কথাত হাজাৰ বিজাৰ খুত আছে—ডষ্টয়েভ্‌স্কি আৰু বাৰ্ণাৰ্ড শ্বৰ পৰা ডি, এফ্, কাবকা আফ চৈয়দ আবহুল মালিকলৈ। তাৰ দৰে জবৰৰ সমালোচক মই আৰু লগ পোৱা নাই। মোৰ ধৈৰ্য্য নিশ্চয় অসীম আছিল—দস্তুৰমত গৰ্ব কৰিব পাৰোঁ—নহলে সদাই ছুয়ো কাণেৰে এই দুই জনৰ



অনৰ্গল দুৰ্দ্দান্ত বাক্যাৱলী হজম কৰি গৈছিলো কেনেকৈ ? সিহঁতক চম্ভালি ৰখা বৰ সহজ কাম নাছিল, কাৰণ যতে ততে কথাই কথাই প্ৰেমত পৰাটো পৰেশে মানসিক ৰোগবিশেষ বুলি ভাবিছিল আৰু বিমানক ডাক্তৰৰ ওচৰলৈ যাবলৈ কৈছিল, আৰু সাহিত্যৰ কথা ওলালেই বিমান অধৈৰ্য্য হৈ উঠিছিল। বস্তুতঃ দুয়োজন সদাই আছিল পৰস্পৰ-বিৰক্ত অৱস্থাত, যুদ্ধং দেহি মনোভাব কথাই কথাই···

আৰু এথন ট্ৰেইন আহি থামিল। স্থানীয় ট্ৰেইন, বেচি দূৰ নাযায়। দেখিলোঁ ইতিমধ্যে ষ্টেচনত যথেষ্ট মানুহ হৈছে আৰু চামৰাৰ হাফপেণ্ট আৰু সেউজীয়া হাফচাৰ্ট পিন্ধা তিনিটা প্ৰকাণ্ড প্ৰকাণ্ড লৰা উৰ্দ্ধশ্বাসে ট্ৰেইনখনৰ পিনে দৌৰিছে। মোৰ সোঁহাতে এজন তপামূৰীয়া ভদ্ৰলোকে তেওঁৰ বেগটো আৰু মেণ্টল্‌টো নমাই ৰহিল, বুকৰ পৰা ঘড়িটো উলিয়াই প্লেটফৰ্ম্মৰ ঘড়িৰ লগত মিলাই চালে, আৰু পাইপ ধৰাই খবৰৰ কাগজ পঢ়িব ধৰিলে। মোৰ বাওঁহাতে এগৰাকী ভদ্ৰমহিলাই এখন পেৰাম্বুলেটৰ ঠেলি আহি ৰ’ল, বহিল, আৰু কেচুৱাটো উলিয়াই লৈ বটল এটাৰে গাখীৰ খুৱাব আৰম্ভ কৰিলে। পৰ্বতাকাৰ এগৰাকী ফাৰকোটাবৃতা ভদ্ৰমহিলা প্ৰকাণ্ড শিকলি-লগোৱা ক’লা কুকুৰ এটাৰে সৈতে সমুখৰ প্ৰায় সমস্ত দৃশ্য অৱৰুদ্ধ কৰি ঠিয় হ’ল। সমুখেৰে জোতাৰ শব্দ কৰি কৰি মানুহবোৰে বেগাই অহা-যোৱা কৰিব ধৰিলে, দুটা সৰু লৰা-ছোৱালীৰ মাজত কিবা কথাত কাজিয়া লাগিল আৰু মোৰ বাওঁহাতৰ দুগ্ধপোষ্য শিশুটোৱে প্ৰাণপনে কান্দিব ধৰিলে। দস্তুৰমত গণ্ড-গোলীয়া হৈ পৰিল ষ্টেচনটো।

কেশবিহীন ভদ্ৰলোকৰ কাগজখন চাই দেখিলোঁ আজি ২৩ তাৰিখ। অৰ্থাৎ বিমানৰ বিয়ালৈ পাঁচ দিন আছে। চিঠি এথন লিখিবই লাগিব ২৮ তাৰিখে পোৱাকৈ। আজি ৰাতি হান’ফাৰ্ পাম প্ৰায় বাৰ বজাত, ক’ত থাকো ঠিক নাই, বিভূতি ষ্টেচনলৈ আহিব নোৱাৰিলে হয়তো হোটেল বিচাৰি হাহাকাৰ হব লাগিব, ভাগৰো লাগিব। আৰু কালিলৈ বহুত কাম। অথচ আজি কালিতে নিলিখিলে সময়মতে কেতিয়াও নাপায়—ভাৰতবৰ্ষলৈ চিঠি যাবলৈ অন্ততঃ চাৰিদিন লাগে। এতিয়াই লেখা উচিত, ট্ৰেইন আহিবলৈ সময়ো আছে কিছু। এৰা। পকেটৰ পৰা পেডটো উলিয়াই আনিলো।

ট্ৰেইনখন এৰাৰ পাচত ষ্টেচনটো আকৌ কিছু শান্ত হ’ল আৰু মই চিঠিখন লিখিবৰ চেষ্টা কৰিলোঁ। লিখিলো (ইংৰাজীত অৱশ্যে), মৰমৰ বিমান, তোৰ চিঠিৰ উত্তৰ দিয়াত দেৰী হ’ল, জাৰ্ম্মানীলৈ যোৱাৰ বন্দবস্ত, পাচপৰ্ট, ট্ৰেভেলাৰ্চ

চে'ক্ আদি বহু কথাৰ লেঠাত এই কেইদিন বৰ ব্যস্ত আছিলো, সময় উলিয়াব নোৱাৰিলো, বেয়া নাপাবি,···তোৰ চিঠিখন বহু দিনৰ মূৰত পাই বৰ ভাল লাগিল ( কথাটো সঁচা ),···তোৰ "শুভ- বিবাহ"ৰ খবৰ পাই বৰ আনন্দিত হ'লো ( কথাটো বোধকৰোঁ সঁচা, সম্পূৰ্ণ কিন্তু নহয় )···ৰটাৰ্ডাম্ ষ্টেচনত ট্ৰেইনৰ অপেক্ষা কৰিছো, হুক্-অফ্-হলেণ্ডত হান'ফাৰৰ ট্ৰেইনখন 'মিচ্' কৰি এইপিনেৰে ঘূৰি আহিব লগা হ'ল······

তাৰ পিচত আৰু কি লিখিম ভাবি নাপালো। কেচুৱাটোৰ কন্দা বন্ধ হৈছে আৰু মাকে তাক ( বা তাইক ) পুনৰ পেৰাম্বুলেটৰত থৈ এখন মহিলা-আলোচনীত মনোনিবেশ কৰিছে। সোঁহাতৰ ভদ্ৰলোকজনে কাগজখন জাপি থৈ তেওঁৰ পাইপটো পৰিষ্কাৰ কৰিব ধৰিছে, সমুখৰ পৰ্বতখন অদৃশ্য হৈছে, তাৰ ঠাইত এহাল যুবক-যুৱতীয়ে তাত থিয় হৈ খুব হাঁহি হাঁহি চকলেট খাব ধৰিছে। বেঞ্চিৰ পৰা উঠি পৰিলো আৰু কি লিখিম ভাবি ভাবি ট্ৰাউজাৰৰ পকেটত হাত সুমুৱাই পায়চাৰী কৰিব ধৰিলো। ষ্টেচনৰ কিতাপ-খবৰকাগজৰ দোকানবোৰৰ সমুখেৰে কেইবাবাৰো অহাযোৱা কৰিলো। কিছুমান ইংৰাজীত পৰিচিত কিতাপ চিনিব পাৰিলো— লেখকসকলৰ নামৰ পৰা, অথবা নামবোৰ পঢ়ি (ওলন্দাজ ভাষাৰ লগত ইংৰাজী আৰু জাৰ্মানৰ বহুত সাদৃশ্য থকা যেন লাগিল )। বাপঃ, ওলন্দাজ ভাষাত ইমান কিতাপ কাগজ আছে বুলি বাৰু কোনে ভাবিছিল !

অলসভাবে অসমীয়া দৈনিক আৰু সাপ্তাহিক কেইখনৰনো নাম জানো গনিব আৰম্ভ কৰিলো—খুব বেচি নাম নাজানো যেন লাগিল। বিমানৰ দৰে হৈ পৰিছো নেকি ? হয়, ভাল কথা মনত পৰিল। বিমানলৈ চিঠিখন শেষ কৰা দৰ্কাৰ। পাঁচ বছৰ হেনো তাই গল্পটল্প লিখা নাই—সি মোক ঠাট্টা কৰিছে নেকি ? সি সদায় ভবিষ্যদ্বাণী কৰিছিল যে আমাৰ—মোৰ আৰু পৰেশৰ—এই সাহিত্যিক হোৱাৰ, বিশেষকৈ অসমত সাহিত্য কৰাৰ "ম'ষ্ট্ আন্‌প্ৰেক্‌টিকেল্" উৎসাহ বেচিদিন নিটিকে, "প্ৰেক্‌টিকেল্" কথাবোৰৰ চাপত সকলো তল পৰি যাব ( কোনে কাক 'আন্‌প্ৰেক্‌টিকেল্' বোলে ! ) সি এতিয়া বোধকৰোঁ প্ৰেক্‌টিকেল্, প্ৰতিষ্ঠিত ডাক্তৰ যেতিয়া। গল্পটল্প আৰু নহব ভাই তোৰ, তেতিয়াই কৈছিলো, এই ধৰণৰ এটা ভাব ? "এডলেচেঞ্চৰ লক্ষণ এই সাহিত্য-তাহিত্য······, দেখিলিতো এতিয়া ? এই ধৰণৰ এটা ব্যঙ্গ ? গাধা কৰবাৰ ! হোৱাট্ এবাউট্ পৰেশ, সিটো বেশ চলাই আছে !



আৰু কেইবাৰমান কিতাপবোৰৰ সমুখেৰে অহা যোৱা কৰিলো আৰু পৰেশৰ কথা বাৰে বাৰে মনত পৰিল। ইয়াৰ বহুখনেই হয়তো সি ইংৰাজীত পঢ়িছে, আৰু কিতাপৰ সমষ্টি দেখিলে সদায় সি খুশী হয়। বৰ শান্তশিষ্ট স্বভাৱৰ আছিল লৰাটো—কেৱল কাজিয়া লাগিছিল বিমানৰ লগত। সদায় হাঁহি মুখ, সকলোৰে সকলো কথা শুনিবলৈ সদায় উৎসুক, সদায় সহায় কৰিবলৈ সাজু, যাক কয় "অব্‌লাইজিং টাইপ্", সদায় এটা চে'ক্-কটা কামিজ, সদায় এজোৰ চিঙা চেণ্ডেল, হাতত সদায় এডাল পেঞ্চিল, পকেটত অসংখ্য আজেবাজে কাগজ। মুখখন 'মিঠা' ( মোৰ বাইদেউৰ বৰ্ণনা ), কিন্তু ছুদিনৰ দাড়ি। ( দাড়িৰে সৈতে মুখ এখন কেনেকৈ 'মিঠা' হব পাৰে বিমানে হেনো বুজি নাপাইছিল )। বিমানৰ সদায় পৰিষ্কাৰ দাড়ি খুৰোৱা, সদায় নতুন কাপোৰ, সাধাৰণতে ট্ৰাউজাৰ, বিশেষ 'অভিসাৰ'ত ধুতি আৰু জহৰকোট, চুলিত কিবা এবিধ তীব্ৰগন্ধ তেল ( মোৰ হেনো সুগন্ধ সম্বন্ধে কোনো 'আইডিয়া'ই নাছিল )। বোধকৰোঁ পৰেশ এতিয়াও সেই শান্তশিষ্ট 'অব- -লাইজিং' হৈয়েই আছে। ঘটনা এটা মনত পৰিল। এদিন আমি তিনিও আবেলি পানবজাৰত ঘূৰি ফুৰিছিলো, হঠাৎ বিমানে কলে, "এই বলচোন,—ৰ পৰা আহো তাড়াতাড়ি।" কিয় ? কিয় ? "নাই, আজি চয়টা বজাত অমুকৰ ঘৰলৈ যোৱাৰ কথা আৰু এজনী বান্ধবী, মানে অমুকৰ ভনীয়েকৰ, লগত ; আজি নিশ্চয় লগ ধৰিব পাৰিম যদি এইমাত্ৰ যাও। কিন্তু এই চাইকেলখন থৈ যাব লাগিব, এইখন লৈ মহা বিড়ম্বনা হব নহলে।" চাইকেলখনত সেইদিনা বস্তু বোজাই আছিল—ঔষধৰ বটল, এটা ৰুটি, এটা মাখনৰ টিন, লণ্ঠন, এটা সৰু টেব্‌ল্-লেম্প আৰু কিবাকিবি। বিমানে ক'লে, মোক একাষলৈ নি,—"তই পৰেশক ক না ভাই চাইকেলখন অলপ ধৰি এইখিনিত ৰবলৈ। বেচি নহয়, এই দহ মিনিট। জানইতো, মই ক'লে সি কেতিয়াও নকৰে।" গতিকে ময়েই কলো পৰেশক, আৰু পৰেশক সেই মালপত্ৰ-বোজাই চাইকেলখনেৰে শ্বিলং ৰ'ডৰ কোনত এৰি আমি বিমানৰ এড্‌ভেঞ্চাৰত যোগ দিলো উৎসাহেৰে ( পৰেশৰ অনুপস্থিতিত বিমান উৎফুল্ল, এইবোৰ কামত 'বেৰসিক' মানুহ থাকিলে জঞ্জালহে বাঢ়ে হেনো )। 'এডভেঞ্চাৰ' গৈ সেইদিনা 'মিচ্‌এড্‌ভেঞ্চাৰ'ত পৰ্য্যবসিত হ'ল। সেই শোকাবহ ভয়াবহ ঘটনাবলী অপ্ৰকাশিত থকাই ভাল। মুঠতে, দহ মিনিটৰ ঠাইত প্ৰায় দেড়ঘণ্টা লাগিল আমি উভতি আহোতে। শ্বিলং ৰ'ডত তেতিয়া লাইটবোৰ জলিছে, ৰাস্তাৰ দাতিত যানবাহনবোৰৰ পিনে অকৰাৰ দৰে চাই চাই আমি য'ত তাক এৰি গৈছিলো সেই এন্ধাৰ কোনটোত 'শক্ৰপক্ষ'ৰ

মালবোজাই চাইকেলখন ধৰি শান্তশিষ্টভাবে, সধৈৰ্য্যভাবে পৰেশ ৰৈ আছে তেতিয়াও, আমাৰ যুগৰ কাচাবিয়াঙ্কা। লৰাটোৰ ধৈৰ্য্য আছে, এৰা, এতিয়াও সি সাহিত্য চৰ্চ্চা কৰি আছে !

বেঞ্চিলৈ উভতি আহি চিঠিখন পুনৰ আৰম্ভ কৰিলো। বেঞ্চিখন পুনৰ খালি হৈ গৈছে, তপামুৰীয়া ভদ্ৰলোকজনে কিতাপৰ দোকানত কিতাপ চাব ধৰিছেগৈ। লিখিলো, যদি তই মোক ঠাট্টা কৰিব খুজিছ, তেনেহলে সেই চেষ্টা বিফল হৈছে, ( তোৰ হাস্যৰস—joke—বিলাক সদায় কাঠ হাঁহিৰ কাৰণেহে উপযুক্ত আছিল )। কাৰণ মই আকৌ লিখিবলৈ চেষ্টা কৰিম বুলি ভাবিছো। সঁচা, পাঁচ ছয় বছৰৰ অচেষ্টাৰ পাচত কামটো দুৰূহ হব, কিন্তু চেষ্টা কৰাত দোষ কি, নহয় জানো……

এইখিনিলৈ লিখি পুনৰ্বাৰ কফি একাপ খাবলৈ গলো। কোথাটো প্ৰায় খালি আছিল, মাথো এচুকত বহি দুজন মানুহে খবৰৰ কাগজ পঢ়ি পঢ়ি কফি খাইছিল। এজন বন্ধুৱাই কণী আৰু আলু খুজিছিল মোৰ কাষতে, আৰু দূৰৰ ডাঙৰ টেবুল এখনত এটা গোটা পৰিয়ালে লৰাছোৱালীৰে সৈতে সামান্য গোলমালৰ সৃষ্টি কৰিছিল। কফি কাপ সমুখত থৈ চিঠিখন আকৌ লিখিব ধৰিলো। কি লিখিব পাৰি ইয়াৰ পাচত ঠিক কৰিব নোৱাৰিলোঁ। মোৰ বৰ্ত্তমানৰ এই ভ্ৰমণটোৰ সম্বন্ধে হয়তো এনেয়ে কিছু লিখা যাব পাৰে। কিন্তু তাৰোতো বিশেষ নাই। আজি পুৱা হলেও পাইছো মাত্ৰ। ট্ৰেইনলৈ সময় থকা বাবে ৰটাৰ্ ডাম্ চহৰখন চাবলৈ অলপ ওলাই গৈছিলো। চহৰখন কিয় কব নোৱাৰোঁ এলাহাবাদ যেন লাগিল ( ঘৰবোৰ কিন্তু এলাহাবাদৰ দৰে কেতিয়াও নহয় )। ঘটং ঘটং কৰি সৰু সৰু কিছুমান ৰঙা ৰঙা ট্ৰাম চলিছে—দেখি হঠাৎ ভাল লাগিল। এবাৰ উঠি কিছুদূৰ চহৰখন ঘুৰি আহিবৰো ইচ্ছা হল ( কিন্তু এলাহাবাদত তো কোন ট্ৰাম নাই। ) দুই এখন দোকান, দুই এটা 'মডাৰ্ণ আৰ্কিটে'কচাৰ্' আৰু অফিচগামী নৰনাৰী ( এতিয়া প্ৰায় এঘাৰটা ), ৰাস্তাত সুন্দৰ ৰ'দ, অবোধ্য ভাষা। ইংলণ্ডৰ চহৰ এখনৰ আৰু তাৰ মানুহবোৰৰ লগত আপাতদৃষ্টিত কোনো প্ৰভেদ ধৰা নগল। নাই, ৰটাৰ্ ডাম্—যাক আধাঘণ্টাও ভালদৰে দেখা নাই—বৰ্ণাই লাভ নাই, বিমানে পঢ়ি ভালো নাপাব, খাপছাড়া কথা হবগৈ এটা।

লিখিলো, তোৰ কথা হয়তো আংশিক ভাবে সঁচা, 'প্ৰেকটিকেল' বাস্তৱৰ চাপত আমাৰ আকাঙ্ক্ষা, আমাৰ সাহিত্যিক প্ৰচেষ্টা তল পৰি যাব পাৰে। কিন্তু অসমত, ভাৰতত, বস্তুতঃ পৃথিবীৰ বহু ঠাইত, কথাটো খাটে, গতিকে তই কোনো এটা 'গভীৰ সত্য' আৱিষ্কাৰ কৰা নাছিলি, কথাটো বহুতে জানে, মইও জানো। কিন্তু চেপাপৰা মানেই বোধকৰোঁ মৰি যোৱা নহয়। গতিকে আৰু এবাৰ চেষ্টা দি চোৱা যাব পাৰে। বহুদিন বাহিৰত, দেশৰ নিজৰ মানুহৰ সুখ-দুখ, হাঁহি-কান্দোন প্ৰায় পাহৰি গৈছোঁ। সকলো কথাতে দেশৰ আৰু বিদেশৰ অনুভূতিৰ এটা সানমিহলি, এটা অদ্ভুত সংমিশ্ৰন আহি পৰিছে। তাৰোপৰি, লিখাৰ চৰ্চ্চা নাই। প্ৰথমতে অসুবিধা হব, হয়তো বিমানৰ 'ষ্টাইল' আৰু 'টেকনিক' আৰু 'ফৰ্মৰ' শ্ৰাদ্ধ হব প্ৰতি পেৰাগ্ৰাফত……

কফি কাপ জঘন্য আছিল। ষ্টেচনৰ কফি, তাতে পয়ষট্টি ফেনিগ্ অলপ কঢ়া দাম যেন লাগিল। কাৰণ হাতত পয়চা খুবেই কম আছে। মেজাজটো খাৰাপ হৈ গল। চিগাৰেট এডাল জ্বলাই আকৌ আৰম্ভ কৰিলো।

"তোৰ বিয়াত কোনো উপহাৰ দিব নোৱাৰিম। প্ৰথম কথা, এতিয়া সময় নাই, দ্বিতীয়তে, সম্প্ৰতি মোৰ অবস্থাও বৰ স্বচ্ছল নহয়, জানইতো কাম কৰি খাবৰ বাবেই এই দেশলৈ আহিছোঁ। কিন্তু সম্প্ৰতি কেইখনমান ছবিকে 'উপহাৰ' দিবৰ চেষ্টা কৰিম—এইখিনি বিৰক্তিকৰ পালে তোৰ বিয়াৰ পাচত পঢ়ি চাবি। এয়েই মোৰ 'উপহাৰ' বৰ্ত্তমানে। ইয়াৰ উদ্দেশ্য দুটা—( এক ) তোৰ ওপৰত মই সদাই টেক্কা দি আহিছো। তই আজি হঠাৎ ডাক্তৰবাবু হৈ বিয়াবাৰু কৰাই বহিলেই তাৰ ওলোটা নহয় ; এই কথাটো প্ৰমাণ কৰা। ( দুই ) প্ৰমাণ কৰাৰ চেষ্টা কৰিম এই ছবিবোৰ 'ডেভলপ্' কৰি তাৰ পৰা একোটা স্বতন্ত্ৰ ( বা পৰস্পৰ-জড়িত ) গল্পৰ সৃষ্টি কৰাৰ চেষ্টা আমি এতিয়াও কৰিব পাৰোঁ—সফল হওঁ বা নহওঁ। পৰেশ এই বিষয়ত ভাগ্যবান, কিন্তু মই বাধ্য হৈয়েই আচহুৱা মানুহৰ ( কিন্তু সম্পূৰ্ণ আচহুৱা অনুভূতিৰ নিশ্চয় নহয় ) ছবি লব লাগিব। এইবোৰ হলগৈ কালি ৰাতি লণ্ডন এৰাৰ পাচৰ পৰা লগ পোৱা মানুহবোৰৰ ছবি, অৰ্থাৎ বেচ কমসংখ্যক চৰিত্ৰৰ সমন্বয়, আপেক্ষিকভাবে সহজ আৰু চমু কাম। নিশ্চয় আমি আকৌ এবাৰ এই অনধিক ভ্ৰাম্যমান জনসংখ্যাক গল্পলিখকৰ দৃষ্টিকোণৰ পৰা পৰ্য্যবেক্ষণ কৰিব পাৰোঁ ?"

কিন্তু লিখিবলৈ বহি কামটো বৰ সহজ যেন নেলাগিল। চেকেণ্ড ইয়াৰৰ পাচত্ বিমান ডিব্ৰুগড়ৰ মেডিকেল কলেজলৈ গল। মই বেনাৰচত ইঞ্জিনিয়াৰিং পঢ়িবলৈ গলো। তাৰ পিচত মই শ্বেফাৰ্ডচ্ বাৰ পালোগৈ। বহুদিন হ'ল,

বহুদিন চিঠিপত্ৰ নাই, মোৰ তাহানিৰ 'ষ্টাইল'ৰ চিঠি আজিৰ বিবাহিত ডাক্তৰ-জনৰ ভাল লাগিবনে নেলাগে কোনে জানে! হয়তো মইও আজি পৰেশৰ ষ্টাইল ভাল নাপাম—শেষ দেখা তাৰ 'কটনিয়ান'ত ওলোৱা গল্পটো আজি অলপ কেচা যেন লাগিছে ('কটনিয়ান'খনত আজিকালি কি 'ষ্টাইল' বাৰু?)। তথাপি বহি বহি মনে মনে সিচৰতি, গণ্ডগোলীয়া ছবিবোৰ এখন এখনকৈ পৰিপাটি ভাবে সজাবৰ চেষ্টা কৰিলোঁ। আৰু এটা চিগাৰেট জ্বলাই ললো। হয়, প্ৰথমতঃ, পেট্ মেক্‌গ্ৰেগৰ্···

## পেট্ মেক্‌গ্ৰেগৰ্

মিচ পেট্ৰিচিয়া এন্ মেক্‌গ্ৰেগৰ্, ১৯, নাকটো অলপ চেপেটা, চুলি বগা, মুখত ৰুজ আৰু লিপষ্টিক, দেখিবলৈ বেয়া নহয়, অলপ চুটি, সাধাৰণ ইষ্ট্‌এণ্ডৰ ছোৱালী এজনীৰ দৰেই। সস্তা উলৰ্থৰ সাজ, তাৰ ওপৰত এটা পুৰণি মেণ্ট্‌ল্, হেণ্ড্‌বেগটো বগা আৰু সস্তা। চিগাৰেট খায় ('ওৱেইট্‌চ্')। ট্ৰেইন লিভাৰপুল ষ্ট্ৰীট ষ্টেচন এৰাৰ পাচত মই কামৰাটোত ধূমপান নিষিদ্ধ বাবে কৰিডৰৰ খোলা খিৰিকীৰ কাষলৈ গৈ চিগাৰেট খাইছিলো, নিজে আহি আলাপ কৰিলে। কলে, বেচ বতাহ এইখিনিত (a bit windy here, isn't it)······

ছোৱালীজনীৰ খুৰাক ফ্ৰাঙ্কফুৰ্টত ব্ৰিটিচ আৰ্মিৰ কিবা অফিচাৰ (কি অফিচাৰ পাহৰি গৈছো), তালৈকে 'হলিডে' কৰিবলৈ যাব ওলাইছে। ছান্সাৰি লেইনৰ অফিচ এটাত টাইপিষ্ট। কিছু সময় কথা কৈ ঘামি উঠিলো। পুৰা ককনি, একেবাৰে 'ৰিফেইন্‌ড্ লাইদি' টাইপ্ (নামটো শুনি স্কচ্ যেন লাগিছিল; বোধকৰো লণ্ডনত ডাঙৰ দীঘল হৈছে)। বোধকৰোঁ শনিবাৰে আবেলি 'হেমাৰ্স্মিথ্ পেলে'ত নাচিবলৈ যায় সাজি কাচি (সুধি বুজিলো, নহয়, স্থানীয় 'পেলে' টৌলৈহে যায়, কিল্‌বাৰ্ণত ঘৰ)। বেগৰ পৰা বাহিৰ কৰি চকলেট খুৱালে। সুধিলে, জাহাজত খাবৰ সময়ত আপোনাৰ লগত বহিব পাৰো নেকি? নিশ্চয়, নিশ্চয়, মই কলো, মই আনন্দিত হম······ট্ৰেইনৰ পৰা নামিবৰ সময়ত মোক ওভাৰকোটটো পিন্ধাত সহায়ো কৰিলে। কিন্তু জাহাজত গৈ 'মাই লাইদি'ৰ পাত্তা পোৱা নগল। 'বাৰ'ত বহি আছিলো, হঠাৎ কৰবাৰ পৰা আহি ওলাল। সুধিলো, ভদ্ৰতাৰ খাতিৰত, কি লব তেওঁ। আশা কৰিছিলো, কিল্‌বাৰ্ণৰ টাইপিষ্ট, নিশ্চয় সস্তা এটা বিয়াৰৰ ওপৰেদিয়েই ধাক্কাটো



যাব। কিন্তু মোৰ মূৰত বজ্ৰপাত হ'ল। "এটা মাৰ্টিনি বা জিন্ আৰু লাইম্, if I may" (মই নিজে এতিয়ালৈকে একো ধৰিব সাহস কৰা নাই, তাৰ ফল এইয়া)। বুজিলো, ভদ্ৰমহিলা ব্যয়সাপেক্ষ—কিন্তু মই গা এৰা দিলেও জাহাজত অন্য অকৰাৰ অভাব নাই! কিছু সময় পাচত দুই পে'গ্ ৰাম্ শেষ কৰি এজন লৰাৰ লগত ওলাই যোৱা দেখিলো আৰু তেওঁলোক ওপৰৰ ডেক্‌ৰ এন্ধাৰ চুক এটা পালেগৈ······

## হান্‌চ্ ভিল্‌হে'ল্‌মচ্

প্ৰকাণ্ড বেহালা—double bass—এখন পিঠিত কঢ়িয়াই ঘামি জামি মানুহজন আহি কোথালিত সোমাল, মোৰ জাহাজৰ কেবিন-সঙ্গী। প্ৰায় ৩৫, ঢৌখেলোৱা চুলি, ডাফ্‌ল্ কোট, নিঃসন্দেহে 'শিল্পী' টাইপ। সুন্দৰ ইংৰাজী কয়। চিনা পৰিচয় হোৱাৰ পাচত কিবা এটা কথা কোৱা দৰকাৰ, সুধিলো, আপুনি এই 'বস্তু'টো বজায় নেকি? "নাই, মই এইটো মাথো পিঠিত কঢ়িয়াই লৈ ফুৰো", ৰুক্ষভাবে হান্‌চে কলে, আৰু এনেকুৱা এটা মুখভঙ্গী কৰিলে যে আমি দুয়ো হো হো কৈ হাঁহি উঠিলো। তাৰ পাচত তেওঁ কলে "এৰা, এইটো মই অৱশ্যেই বজাও। মোৰ জীৱন ইয়াৰ ওপৰত নিৰ্ভৰ নকৰিলে কি মই এই **damned thing** টো পিঠিত কঢ়িয়াই লৈ ফুৰো চখ কৰি!" সঁচাকৈয়ে তেওঁৰ প্ৰতি সহানুভূতি হোৱাৰ কথা—যিমান ডাঙৰ মানুহ নহয়, তিমান ডাঙৰ বেহালা।

হান্‌চৰ ঘৰ ষ্টুটগাৰ্টত, অবিবাহিত, লাইপ্‌ট্ৰিচগৰ ম্যুজিক্ হখ্‌শুলেৰ পৰা সঙ্গীত শিকিছে (বিখ্যাত 'হাৰ্মনি'-বিদ প্ৰঃ বাৰ্গ্‌মানৰ ছাত্ৰ)। সম্প্ৰতি ষ্টুটগাৰ্ট্ চিম্‌ফনি অৰ্কেষ্ট্ৰাত **double bass** বজায়। অৰ্কেষ্ট্ৰাৰ লগত ইংলণ্ডলৈ গৈছিল, উভতি আহোঁতে ব্যক্তিগত কিবা কাৰণত অকলে আহিব লগা হল, কালি ইউট্ৰে'খ্‌ট্ত এটা কনচাৰ্ট আছে, তেওঁ তালৈকে যাব। "ষ্টুটগাৰ্ট্ চিম্‌ফনি মই শুনিছো, মান্‌চেষ্টাৰত", মই কলো। হান্‌চ্ মোৰ প্ৰশংসা শুনি গদগদ হল, বিনয়ৰ চূড়ান্ত। মই মানচেষ্টাৰত আছিলো নেকি? নহয়, তাৰ কাষৰে সৰু চহৰ এখনত—শ্বেফাৰ্ডচ্‌বাৰ্—ৰেইৰ'ল্ এণ্ড ৰেইৰ'ল্‌ৰ কাৰখানাত প্ৰেকটিকেল্ ট্ৰেইনিং লৈছিলো; তেওঁলোকে পিষ্টন-ৰিং আদি বনায়।

"এই **damned** জাহাজখনত এজনীও ধুনীয়া ছোৱালী নাই যেন লাগিছে" সকৰুনভাবে হান্‌চে কলে। দুখ লগা কথা সন্দেহ নাই। "দেখা যাওক—

so long"। কোটটো খুলি থৈ তেওঁ ওলাই গল। তাৰ পিচত হান্‌চৰ লগত মাথো এবাৰ দেখা হ'ল, বাৰত। লগত দীঘল ছোৱালী এজনী আছিল, কি ভাষাত কথা কৈছে বুজা নগল, ইংৰাজী নাজানে, গল্প জমোৱাত বৰ সুবিধা নহ'ল। ( বোধহয় বেচি সময় তাত থাকিলে হান্‌চে ভালো নাপাব )। হান্‌চে দুটা হুইস্কি খুৱালে। ষ্ট্ৰাডিভাৰিয়ুচৰ বেহালা সম্বন্ধে হান্‌চক এটা বক্তৃতা দিয়াৰ বাসনা আছিল, কিন্তু পৰিস্থিতি ঠিক নহয় দেখি উঠি ওপৰলৈ গুচি গলো।

ৰাতি প্ৰায় আঢ়েটা বজাত যেতিয়া বিচনালৈ যাও তেতিয়া হান্‌চৰ বিচনা শূন্য। পুৱা চাহ খাবৰ সময়ত দেখিলো তেওঁ চকু মোহাৰি বিচনাৰ পৰা উঠিছে। কালি ৰাতি প্ৰায় ৫টা বজাত কেবিন সোমাইছে, তেওঁ জনালে। "কালি ৰাতি খাবৰ সময়ত অন্য এজনী ছোৱালীৰ লগত পৰিচয় হ'ল। ফৰাচী। কিছুসময় কথা কোৱাৰ পাচত তেওঁ ৰোমাণ্টিক হবলৈ আৰম্ভ কৰিলে", কাঠ হাঁহি এটাৰে হান্‌চে কলে, "গতিকে আমি ওপৰৰ ডে'কলৈ গলো, তাতেই আছিলো ওৰে ৰাতি··· বিশ্বাস কৰক, হট্ ষ্টাফ্···"

বিশ্বাস নকৰাৰ কোনো কথা নাই। মোৰ লগত বাৰত দেখা সেই blonde জনী কোন, তেওঁ সুধিলে, আৰু কলে যে তেওঁৰ লগতো আলাপ হৈছিল, "কিন্তু কোনোমতে পলাই সাৰিলো, বিশ্বাস কৰক, এটা narrow escape"। কেলেই, ভাল নালাগিল নেকি? "ভাল নালাগিল নেকি! বিশ্বাস কৰক, এটা regular dark horse···"

মই জোতা পিন্ধিব ধৰিছিলো, মোৰ মোজাৰ লুণ্ঠায়িত চিঙা গেকৰা তেওঁৰ চকুত পৰিল। "এৰা, এই মোজাবোৰ এটা নুইচে'ন্স···অৱশ্যে মোৰ এই সমস্যাটো নাই, মাই সদায় চিলাই কৰি দিয়ে। দুদিন পিন্ধিলেই মাই লৈ যায় ধুবলৈ···আপোনাৰ দৰে ঘামৰ দুৰ্গন্ধৰ অৱস্থালৈ আহিবলৈ নাপায়েই। ···মাক লৈ মোৰ মহা বিপদেই হৈছে, মোক সদায় কেচুৱা লৰাৰ দৰে ঘৰত ৰখাৰ চেষ্টা! ভাবিছিলো, হলেণ্ডৰ মোৰ বান্ধবী কেইজনীমানৰ লগত কিছুদিন কটাম এই সুযোগতে, কিন্তু উপায় নাই, মাৰ কড়া হুকুম, কনচাৰ্ট শেষ হোৱাৰ লগে লগে পোনে পোনেই ঘৰ পাব লাগিবগৈ। বিশ্বাস কৰক, দস্তুৰমত যন্ত্ৰণা···"

বেহালাখনৰ বাকচটো বন্ধ কৰি তেওঁ মালবাহী জন্তুৰ দৰে সাজু হব ধৰিলে।



## পিয়েট্ৰ' ফাব্ৰিৎচি, লিয়' ভিগ্‌নাৰ্, ধনঞ্জয় চট্টোপাধ্যায়, বি, বি, সিং

এওঁলোকৰ লগত পৰিচয় সংক্ষিপ্ত আৰু চমু। পিয়েট্ৰ'ৰ ঘৰ মিলানৰ কাষৰ চান্‌আণ্টনিয়' বোলা গাওঁখনত। ক্ষীন, ৪০, চকু সোমাই যোৱা, ভঙা গাল, ইটালীত কামৰ অভাৱ কাৰণে ইয়ৰ্কশ্বায়াৰৰ কয়লাখনিত কাম কৰিব গৈছিল, ঘৰত ঘৈণীয়েক আৰু তিনিটা লৰা-ছোৱালী আছে। ইয়ৰ্কশ্বায়াৰত অলপতে ছাটাই হৈছে, বাধ্য হৈ পিয়েট্ৰ' ঘৰলৈ উভতিছে। এটা বিয়াৰৰ আদান-প্ৰদান কৰি বিদায় লোৱা গ'ল, কাৰণ পেট্ৰিচিয়া আহি ওলাল সেই সময়ত। লিয়' ভিগ্‌নাৰ্ এজন হাঙ্গেৰীয় উদ্বাস্তু, ইংৰাজীও নাজানে, জাৰ্মানো নাজানে, কোনোমতেই গল্প জামোৱা নগল, কিয় ইংলণ্ডৰ পৰা গুচি আহিছে, কলৈ যাব, একো বুজা নগল, মাথো গুম্ হৈ বহি থাকিল, মুখত অপাৰ বিৰক্তি। তথাপি তেওঁক কেন্দ্ৰ কৰি গল্প এটাৰ সৃষ্টি কৰা যাব পাৰে? কিন্তু সেই চেষ্টা সম্প্ৰতি বাদ দি মানে মানে আতৰি পৰিলো।

ধনঞ্জয় চট্টোপাধ্যায় হে'ক্টৰ্-পাউৰ চুট বিভূষিত, লণ্ডনত বাৰিষ্টাৰি পঢ়ে ( গ্ৰেইজ্ ইন্ ), "বড়লোকেৰ ছেলে" সন্দেহ নাই। "নমস্কাৰ আপনি কি বাঙ্গালী?" খণ্ডেই উঠিল। ভাবিলো ইংৰাজীত উত্তৰ দিয়া যাওক। কিন্তু তেওঁ দুটা বিয়াৰ খুৱালে, গতিকে খং দেখুৱাব পৰা নগল। "ভাবছি একটু হলেণ্ডটা ঘুৰে দেখে আসি, আৰ জাৰ্মানীৰ একটু আধটু। সব কিছুই একটু আধটু দেখে ৰাখা ভাল, আৰ এত কাছেই যখন থাকি, বুঝলেন না মশাই···"

খুব যুক্তিসঙ্গত সন্দেহ নাই, কিন্তু এই যাত্ৰাত ভাৰতীয়ৰ ছবি নোলোৱাই আমাৰ পৰিকল্পনা আছিল, গতিকে চাটুজ্যেমশাইৰ ( আৰু বেলিণ্ডত ভৰ দি সাগৰৰ ঢৌ গণি থকা চৰ্দাৰজীৰ ) কাহিনী ইয়াতেই বন্ধ কৰা যাওক।

## এজন "ডবল্ ডাছ্"

লৰাজন প্ৰায় কুৰি বছৰমানৰ হবগৈ, নামটো ফান্ হ'ল্ষ্ট্, নে তেনেকুৱা কিবা এটা, তলৰ ডে'কত টলং ভটং কৰি ঘুৰি ফুৰিছিল, জাহাজৰ আন্দোলনৰ কাৰণেই ( সাগৰ সেইদিনা ৰুক্ষ আছিল ) নে অলপ বেচি পৰিমাণে বিয়াৰ খোৱাৰ কাৰণে, কব নোৱাৰো। মইও কেইবাটাও বিয়াৰ আৰু হুইস্কিৰ ফলত

অলপ অসংযত খোজেৰে মুকলি বতাহ বিচাৰি ডে'কলৈ গৈছিলো—সেই অৱস্থাত থকা বাবে লৰাজনৰ বিষয়ে বিশেষ একো মনত নাই। মাথো মনত আছে যে তেওঁ এজন ওলন্দাজ অৰ্থনীতিৰ ছাত্ৰ, কলেজৰ বন্ধত ইংলণ্ডত আপেল বোটলাৰ কাম কৰিব গৈছিল, তেওঁ অ'ত ত'ত কাম কৰি পঢ়াৰ খৰচ উলিয়ায়। ভাৰতবৰ্ষৰ সম্বন্ধে তেওঁ এই কেইটা কথা জানে: নেহৰু, দাৰিদ্ৰ্য, ভাৰতীয় ছাত্ৰই কাম কৰিবলৈ লাজ পায়, গৰুবোৰ এক ধৰণৰ ভগবান, গৰম, ভাৰতীয় মহিলাই কপালত ক'লা বিন্দু এটা লগায়, ৭২% নিৰক্ষৰ, অস্পৃশ্যতা, 'কাৰি'। কিছু সময়ৰ পাচত মই তেওঁক বুজাবৰ চেষ্টা কৰিলো—বোধকৰো বিয়াৰৰ প্ৰভাৱত—যে এই জাহাজখনত বহুত ষ্টুপিড্ লৰা আছে আৰু double dutch কথাটোৰ অৰ্থ মই লাহে লাহে বুজিব পাৰিছোঁ। ভাগ্য ভাল, হতাহতিৰ পৰ্য্যায়লৈ অহাৰ আগেয়ে···

## এ-ভি-য়াৰ্নাৰ্ট, তেখেতৰ স্ত্ৰী, আৰু বন্ধু

ডেনমাৰ্কখন সৰু, ইমান বৰ্গ কিলমিটাৰ মাত্ৰ, তেওঁ কলে, কিন্তু আধুনিক আৰু পৰিপাটি, সুবিধা কৰিব পাৰিলে মই যেন এবাৰ যাওঁ। উত্তৰত মই কলো যে অসমখন ইমান বৰ্গ কিলমিটাৰ (এটা কাল্পনিক সংখ্যা), আৰু ডেনমাৰ্কলৈ নিশ্চয় যাম, হান্চ্ এণ্ডাৰ্চেনৰ কোপেন্হাগেন্ আৰু নীল্চ বঃৰৰ দেশখন চোৱাৰ মোৰ সদায় হেপাহ আছে। নীল্চ্ বঃৰৰ নাম মই জানো দেখি তেওঁলোকৰ জাতীয় গৰ্ব উথলি উঠিল, দুটা ৰাম্ খুৱাই দিলে, সুধিলে মই কি কৰো, কি কথা, কলৈ যাম। কলো, মই কাচেললৈ যাম, প্ৰেক্টিকেল্ ট্ৰেইনিংৰ বাবে। ভদ্ৰলোক এটি তাঁতৰ কাৰখানাৰ মালিক, তেওঁ কাচেলৰ মোৰ গন্তব্য-স্থান জানে। ফ্ৰীড্ৰিখ্ শ্ মাখাৰ্ G.m.b.H.ৰ কাৰখানা (যলৈ মই যাম)ৰ কথাও তেওঁ জানে। "আহা, শ্মাখাৰ্, মই জানো, মই জানো, গাচ্ টুৰ্বিনে'ন্, ডাম্প্ফ্ টুৰ্বিনে'ন্ উণ্ট্ পাপিয়াৰ্মাশ্বিনে'ন্···মোৰ শুভইচ্ছা···আৰু এটা ৰাম্ ইচ্ছা কৰেনে?" ভদ্ৰমহিলাই মোৰ ঘৰৰ ভাই-ভনীহঁতৰ খবৰ সুধিলে। অসভ্যতা হ'ল, কিন্তু হাতত সেই অৱস্থাত পয়চা নথকাত তেওঁলোকৰ পানীয়ৰ প্ৰতিদান মই এক ৰাউণ্ডও দিয়া নহ'ল। যাক্, তাৰ পিচত আমি মুকলি বতাহ বিচাৰি ডেকলৈ গ'লো। লগৰ বন্ধুজনৰ সম্বন্ধে একো মনত নাই, কাৰণ তেতিয়ামানে মই ৬।৭টা বিয়াৰ, ৪।৫টা হুইস্কি আৰু দুটা ৰামৰ প্ৰভাৱত ক'ত কি দেখিছিলো, ক'ত কি



শুনিছিলো কব নোৱাৰোঁ। ভদ্ৰলোক আৰু ভদ্ৰমহিলাক মাজে মাজে ডবল দেখাৰ কথা অস্পষ্টভাৱে মনত আছে। (বোধহয় তেওঁলোকৰ ওপৰত বেয়া চাপ এটা ৰাখি আহিছো মোৰ সম্বন্ধে, লাজলগা কথা)। সাগৰত ঢৌ প্ৰবল হৈ উঠিছে, মনত আছে জাহাজৰ ইঞ্জিনৰ শব্দ আৰু সাগৰৰ ঢৌৰ শব্দ শুনিছোঁ, উত্তৰ-সাগৰৰ আকাশ অন্ধকাৰ, মাজে মাজে সোঁৱে বাওঁৱে একোটা লাইটহাউচ ভাঁহি উঠিছে আৰু অদৃশ্য হৈ গৈছে। জোৰজবৰদস্তি মই তেওঁলোকক নীল্চ্ বঃৰৰ হাইড্ৰ'জে'ন্ এটমৰ থিয়ৰিটো বুজাইছোঁ বেপৰোৱা ভাৱে, মনত আছে, আৰু মনত আছে যে ভদ্ৰলোকে কোনোবা এসময়ত মোক বন্ধুৰ সহায়ত ধৰাধৰিকৈ কেবিনত বিচনাত থৈ গৈছে।

## কাৰ্ল্ ষ্টাইন্ (?) আৰু হাৰুহিক কোবায়াশি

মানুহজনক দেখি লিখক যেন ধাৰণা হ'ল, কাৰণ তেওঁৰ হাতত এটা টাইপৰাইটাৰ আৰু মুখত এটা লিখক লিখক ভাব আছিল। তাৰোপৰি কৰ্ডুৰয়ৰ ট্ৰাউজাৰ আৰু খয়ৰী ৰঙৰ হাতদীঘল গলবন্ধ চোয়েটাৰ। দেখি শ্লাভ্ যেন লাগিল, গোফবোৰ ফৰাচী যেন ধাৰণা হ'ল, তেওঁৰ বেগটোত লেবেল দেখিলো বুখাৰেষ্ট্ আৰু ডাব্লিন্। গতিকে আমি তেওঁক নাম দিলো কাৰ্ল্ ষ্টাইন্, কাৰণ এই নামটো বহু জাতিৰ মানুহৰ হব পাৰে। তেওঁ নিবিষ্টমনে বাৰৰ এচুকত বহি মাজে মাজে চিগাৰেট খাইছিল, মাজে মাজে পকেটৰ পৰা উলিয়াই চেণ্ডউইচ্ খাইছিল আৰু জাৰ্মান কিতাপ এখন পঢ়িছিল ("ষ্টালিনৰ পাচত ৰুচ উপন্যাসৰ ধাৰা")। ৰাতি প্ৰায় দুটামান বজাত বাৰ শূন্য হৈ গৈছিল। চাকিবোৰৰ কিছুমান নুমাই দিয়া হৈছিল, মাথো দুই এহাল যুৱক-যুৱতী অৰ্দ্ধালোকত নিজৰ ভিতৰতে মত্ত আছিল, কাৰ্ল্ ষ্টাইনে তেতিয়াও নিবিষ্টমনে পঢ় আছিল···

মাৰ্কিণ চুট, চিত্ৰ-বিচিত্ৰ টাই, কাষলতিৰ পৰা কেমেৰা ওলমিছে···নিশ্চয় এই চুটি চাপৰ মানুহজন আমেৰিকাৰ পৰা আহিছে। এৰা, ডঃ হাৰুহিক' কোবায়াশি মাচাছুচেট্চৰ পৰা beta-disintegration of nuclei সম্বন্ধে কাম শেষ কৰি ইউৰোপ হৈ জাপানলৈ ফিৰিছে। হুক্-অফ্ হলেণ্ডত মই ট্ৰেইন ফেল্ কৰি তেওঁৰ ট্ৰেইনত আহি উঠিলো, বদলি কৰিবলগীয়া ষ্টেচনবোৰৰ সম্বন্ধে অনিশ্চিত। ডঃ কোবায়াশিয়ে পকেটৰ পৰা এখন আন্তৰ্জাতিক ৰেল-জাহাজৰ টাইম-টেব্ল্ উলিয়াই আনিলে আৰু দুই মিনিটতে সকলো দৰ্কাৰী খবৰ ওলাই পৰিল। তেওঁৰ

কিতাপখনত ৰেল-জাহাজ-উৰাজাহাজৰ পথবোৰৰ মানচিত্ৰ আৰু দেশবোৰৰ চমু বিবৰণ, বুৰঞ্জী আৰু ভূগোল, সকলো দিয়া আছিল। মানচিত্ৰখন চাই তেওঁ ঠিক কৰিলে যে কামৰাৰ বাওঁহাতৰ খিৰিকীৰ কাষত বহিলে বেচি ভাল দৃশ্যাৱলী দেখা যাব, আৰু আমি বাওঁহাতলৈ উঠি গলোঁ। আচৰিত হৈ দেখিলো, তেওঁৰ কিতাপখন সম্পূৰ্ণ জাপানী ভাষাত।

কাৰ্ল্ ষ্টাইনে নিজৰ মানুহৰ কথা লিখিছে আৰু ডাঃ কোবায়াশ্বিৰ নিজৰ দেশৰ বস্তু-বাহানি-কিতাপ-পত্ৰৰ ওপৰত আস্থা আছে।

## "মিঃ স্কচ্ হুইস্কি"

ৰাতি প্ৰায় চাৰিটা বজাত ধপচ্ কৈ এটা শব্দ হ'ল, চকখাই সাৰ পালোঁ। ওপৰৰ বাঙ্কৰ পৰা মানুহ এজন মজিয়াত পৰি গৈছে। ৰেলিং দিয়া বাঙ্কৰ পৰা কেনেকৈ মানুহ এজন পৰি যাব পাৰে বুজি নাপালোঁ। সমস্যাটোৰ সমাধান হল ৰাতিপুৱা যেতিয়া ষ্টিওৱাৰ্ডে চাহ লৈ আহিল। ওপৰৰ বাঙ্কৰ মানুহজনে গাৰুৰ তলৰ পৰা এটা স্কচ্ৰ বটল উলিয়াই আনিলে আৰু চাহৰ ওপৰতে ঢক ঢককৈ যিমান পাৰে বাকি দিলে। দেখিলো, তেওঁৰ কোট আৰু ট্ৰাউজাৰৰ পকেটবোৰত য'তে সম্ভৱ একোটা বটল। ৰাতি মই শুবলৈ আহোতে তেওঁৰ অস্তিত্ব গম পোৱাৰ মোৰ ক্ষমতা নাছিল। এতিয়া বুজিলো যে তেওঁৰ অক্ষমতা মোতকৈ বহু বেচি আছিল, কাৰণ পুৱাৰপৰা গধূলিলৈ তেওঁৰ পানীয় নিঃসন্দেহে স্কচ্ আৰু স্কচ্।

তেওঁ আমাৰ পিনেও বটলটো আগুৱাই দিলে। হান্‌চে মোৰ পিনে চকু টিপিয়ালে আৰু কলে, নাই, ধন্যবাদ, পুৱাই পান কৰা মোৰ অভ্যাস নাই। মোক কিন্তু মানুহজনে ইমান জোৰ কৰিলে যে তেওঁৰ মনত আঘাত নিদিবলৈকে বাধ্য হৈ মই সেই পুৱাৰ চাহৰ লগত তেওঁৰ হুইস্কিও হজম কৰিব লগা হলো। ধাৰণা হ'ল, ভাৰতীয় হিচাবে মোৰ ওপৰত এটা বিশেষ দাবী থকা বুলি তেওঁ ধৰি লৈছে, কাৰণ তেওঁ হেনো আয়াৰ্লেণ্ডৰ মানুহ আৰু আমাৰ উভয়ৰে হেনো একেই শত্ৰু, আৰু তাৰোপৰি যোৱা নিশা তেওঁক মজিয়াৰপৰা বিচনাত তুলিবলৈ সহায় কৰা কাৰণে হেনো তেওঁ much obliged। সেই ৰাতিপুৱা দিনৰ আৰম্ভণিতে তেওঁ অসংযত ভাবে খোজ কাঢ়িছে আৰু অস্পষ্ট কৰ্কশ সুৰত কথা কব ধৰিছে। দুটা নে তিনিটা নাম কোৱা যেন লাগিল, কোনটো তেওঁৰ সঁচা নাম বুজা নগল। ক'লৈ যাব সেইটোও বুজা নগ'ল, এবাৰ কলে ত্ৰীয়েনলৈ, এবাৰ কলে জেনোৱালৈ। ধাৰণা হ'ল,



এখন ইটালীয় জাহাজত কাম কৰে, কিন্তু তেওঁ জাহাজৰ খালাচী নে জাহাজৰ কেপ্টেইন বুজা নগ'ল। পোষাকপৰিচ্ছদ বেশ ভদ্ৰ, মুখখন অসম্ভৱ ৰঙা, শৰীৰ বিৰাট, মুখত তীব্ৰ হুইস্কিৰ গোন্ধ, মুখৰ কাষত কথা কোৱাটো এটা শাস্তি। আমি জাহাজ এৰাৰ আগেয়ে তেওঁ আৰু চাৰি পাচবাৰ বটল খুলিলে। আৰু বিদায়ৰ সময়ত পৰস্পৰৰ শুভেচ্ছা আৰু শুভ-যাত্ৰা কামনা কৰি হান্‌চেও মুখ বিকৃত কৰি এঢোক খাবলগীয়া হ'ল, হান্‌চে কলে "……আৰু যেন ভগবানে আপোনাক সঠিক সময়ত সঠিক ট্ৰেইনত তোলায়। সঠিক ষ্টেশনত যেন আপুনি ট্ৰেইন বদলি কৰিব পাৰে, আৰু ভগবানে যেন আপোনাক কোনো পুলিচৰ গণ্ডগোলত নপৰাকৈ আপোনাৰ গন্তব্যস্থানত পৌচাই দিয়ে; Cheers."

নাই, ছবিৰ সংখ্যা ক্ৰমশঃ বাঢ়ি গৈছে, ইয়াতেই শেষ কৰা ভাল, এইখিনিয়েই যথেষ্ট। সেই ওলন্দাজ ছোৱালীদুজনীৰ কথা আৰু চশমা-পিন্ধা ইংৰাজ জনৰ কথাও বাদ দিয়া যাওক। আৰু নো কোন আছিল? অ', ষ্টেচনৰ সেই নীলা পোষাক পিন্ধা কৰ্মচাৰীজন। কিন্তু তেওঁৰ কথাও এতিয়া থাকক। তেওঁ যে কি কৈছিল কি ভাষাত, মই সকলো বুজাও নাছিলোঁ। মাথো জানো যে ওলন্দাজ-জাৰ্মাণ-ইংৰাজী মিহলাই তেওঁ এটা দীঘল, সেৰপাক-খোৱা, অবোধগম্য হাস্যৰস কৰিলে আৰু হো হোকৈ হাঁহিলে, গতিকে ময়ো হা হা কৈ হাঁহিলো।

হঠাৎ দেখিলো তেওঁৰ বোজাটো কঢ়িয়াই হান্‌চ্ সমুখত আহি ওলাল। সলজ্জভাবে তেওঁ হাঁহিলে আৰু জনালে যে তেওঁৰ জাহাজৰ বান্ধবীৰ লগত তেওঁ অলপ ব্যস্ত আছিল, ট্ৰেইনখন, বিশ্বাস কৰক, হঠাৎ গুচি গল without any warning। গতিকে তেওঁ অলপ ঘুৰি আহিব লগা হ'ল। মন্তব্য নিষ্প্ৰয়োজন। দুয়ো বহি কফি খাব ধৰিছো, হান্‌চে কলে, "সেইয়া আমাৰ বন্ধুজন নহয় জানো?" কোন বন্ধু? "স্কচ্ হুইস্কি—" হানচে কলে। লৰালৰিকৈ বাহিৰলৈ ওলাই গলো। হঠাৎ কৰবাৰ পৰা আইৰিশ মানুহজন আহি প্লেটফৰ্ম ওলাইছেহি, মুখখন অতি বেচি ধৰণে ৰঙা, চকু তাতকৈও বেচি। ধমকৈ বাকচটো প্লেটফৰ্মত পেলাই দি তেওঁ বেঞ্চি এখনত দীঘল দি শুই পৰিল। চাৰিওপিনে সৰু লৰাছোৱালীৰ ভীৰ জমি গল, মানুহবোৰে হা কৰি চাব ধৰিলে। আমি দুয়ো ঠেলি ঠেলি কোনোমতে তেওঁক জগালো। বিৰবিৰকৈ তেওঁ কিবা কলে, আৰু দুয়ো জোৰ কৰি সমস্ত ষ্টেচনৰ কৌতূহলী জনতাৰ সমুখেৰে তেওঁক কফিৰ দোকানখনলৈ সুমুৱাই নিলো। হান্‌চে কলে, "ক'লা কফি, খুব ক'লা আৰু খুব কড়া…"

প্লেটফৰ্মত ডেন্ হাগ্‌ৰ ট্ৰেইনখন আহি থামিল।

অসংখ্য কিলমিটাৰ জলসিঞ্চনৰ খাল চকুৰ সমুখেৰে বাগৰি গল, অসংখ্য সেউজীয়া চকু জুৰাই যোৱা পথাৰ, অ'ত ত'ত দুই এটা উইন্দ্‌মিল্, গুৱনী হলেণ্ড্। সমুখৰ বেঞ্চিত বহি হুইস্কি-কাতৰ আইৰিশ মানুহজনে নাক ডাকিছে। কড়া ক'লা কফিৰ ফলত এতিয়া কিছু সুস্থ। মাজতে এবাৰ বমি কৰিছিল, মানুহবোৰৰ সমুখত বিব্ৰত হৈ পৰিছিলোঁ। যি হওক আশা কৰিছো ওলন্দাজ-জাৰ্মান সীমা নোপোৱা পৰ্য্যন্ত মানুহজনে শান্তিৰে শুব।

ট্ৰেইনৰ ভিতৰত ইতিমধ্যে ক্ষীণ লাইটবোৰ জলিছে, সন্ধিয়া হৈ আহিছে, সীমা পাবলৈ আৰু বেচি সময় নাই, বাহিৰত ক্ৰমে এন্ধাৰ হৈ আহিছে। সমুখৰ কোঠালিৰ মানুহবোৰ অস্পষ্ট ভাবে দেখিছোঁ। অলপ অলপ টোপনিৰ ভাব আহিছে। ভাগৰ লাগিছে। ট্ৰেইনৰ বিৰক্তিকৰ শব্দ আৰু অস্পষ্ট আলোক অনুভব কৰি কৰি ঢুলিছো ট্ৰেইনৰ জোকাৰণিত। বুজিব পাৰিছো যে মোৰ প্ৰচেষ্টা বিফল হৈছে। চৰিত্ৰবোৰ, মোৰ ছবিবোৰ, এতিয়া নিষ্প্ৰাণ আৰু দ্বৈমাত্ৰিক যেন অনুমান হৈছে। মাথো কিছুমান ইতস্ততঃ প্ৰতিকৃতি, তেওঁলোকৰ ভাষা ক'ত, তেওঁলোকৰ অনুভূতিবোৰ কি হ'ল, ক'ত থাকিল পাৰস্পৰিক সম্বন্ধ আৰু সংযোজনা আৰু সমন্বয় আৰু সংলাপ, motive আৰু movement? মূল বোলছবিখনৰ গতি আৰু শব্দ নহয়, ছবিঘৰৰ সমুখত আৰি থোৱা বিচ্ছিন্ন, অসম্পূৰ্ণ স্থিৰছবিৰ সৃষ্টি। কিছুমান অচিনাকি মুখৰ মাজত বহি অস্পষ্ট আলোকত এলবামত শেষ ছবিখন যোগ দিছোঁ:

মই

জন্মস্থান—অসম। প্ৰায় ২৫। শিক্ষা—ভৈৰব কটকীৰ পাঠশালা, কটন কলেজিয়েট স্কুল ( গুৱাহাটী ), কটন কলেজ। পৰীক্ষাৰ ফলবোৰ বেয়া নহয়, ( আলোচনীত গল্প লিখাৰ চেষ্টা কৰিছিল ), বেনাৰসত ইঞ্জিনিয়াৰিং। দেশত থোৱা-পিন্ধাৰ সুবিধা কৰিব নোৱাৰিলে, গতিকে ইংলণ্ডলৈ গ'ল চাকৰি এটা যোগাৰ কৰি ( মান্‌চে'ষ্টাৰৰ নিকটবৰ্ত্তী 'ষ্টেফাৰ্ড্‌চ্-বাৰ'ত প্ৰেকটিকেল ট্ৰেইনিং ), লগে লগে



দেশৰ লগত সম্বন্ধ থাকিবলগীয়া কাৰ্য্যকলাপ আতৰাই থব লগা হ'ল। ইংলণ্ডৰ কামটো ঠিক নিজৰ 'লাইন'ত নাছিল, গতিকে কিছুদিন লিখালিখি কৰি জাৰ্মানীৰ কাচেল্ চহৰলৈ গ'ল আৰু কিছুদিন ট্ৰেইনিং লবৰ বাবে। তেওঁক দেশৰ দৰ্কাৰ বুলি জানে, তেওঁৰো দেশক দৰ্কাৰ ( ইঞ্জিনিয়াৰিংয়েই হওক বা সাহিত্যই হওক ), কিন্তু বাধা হৈ—অথবা যুদ্ধ কৰিবৰ সাহস নথকা বাবে—তেওঁ দূৰে দূৰে ঘূৰি ফুৰিবলগীয়া হ'ল—চাকৰিৰ অভাৱ, উৎসাহৰ অভাৱ, ক্ষেত্ৰৰ অভাৱ। পুনৰ্বাৰ লিখিবৰ চেষ্টা কৰি বিফল হ'ল। ভবিষ্যতৰ পৰিকল্পনা—দেশলৈ গৈ ক'ব, "মই বিদেশত শিক্ষা লৈ আহিছো, দেশৰ লৰা-ছোৱালীবোৰতকৈ মোৰ মূল্য বহুত বেচি; তেওঁলোকৰ কথা ভাবিলে মোৰ নচলে, চোৱা, মোৰ গাত এটা বিদেশী চাপ আছে, মই ইমান হাজাৰ টকা দাবী কৰো—।" ক্লান্তি ক্ৰমে দেহৰ পৰা মনলৈ বিয়পি পৰিছে। খিৰিকীত মূৰ থৈ শুই পৰিছো। এতিয়াও ট্ৰেইনৰ বিৰক্তিকৰ সুৰৰ শব্দ শুনিছো, কিন্তু টোপনি আহিছে। এটা সপোন দেখিছো। মই আৰু মোৰ সমুখৰ আইৰিশ মানুহজনে এটা ভূ-নিম্ন কৰিডৰেৰে খোজ কাঢ়ি গৈছো, এটা ষ্টেচনৰ একাংশ, বহুতো মানুহ অহা যোৱা কৰিছে, জাৰ্ম্মান মানুহ। কেতিয়া আহি জাৰ্ম্মানী পাইছোঁ, কেতিয়া সীমা এৰালো, কব নোৱাৰোঁ। কৰিডৰৰ বেৰত ষ্টেচনৰ বিজ্ঞাপনবোৰ। এঠাইত লিখা আছে Hannover আৰু Zum Bahnsteig 6, অৰ্থাৎ আমি বোধকৰো হান'ফাৰ্ পাইছোঁহি। আইৰিশ মানুহজনৰ মুখত হুইস্কিৰ গোন্ধ এতিয়া আৰু নাই, তেওঁ মোক বুজাইছে যে তেওঁ এতিয়া সুস্থ হৈ গৈছে, সকলো ঠিক আছে, এনেকুৱা গোলমাল মানুহৰ হৈয়েই থাকে, কিন্তু অলপ পাচতেই সকলো সদায় ঠিক হৈ যায়, চিন্তা কৰিবলগীয়া একো নাই। বলক, আপোনাক এটা জাৰ্ম্মান স্কচ্ খুৱাই দিওঁ, কাৰণ কথাটো celebrate কৰা দৰ্কাৰ।···কৰিডৰৰ শাৰী শাৰী লাইটৰ তলেৰে মানুহৰ ভীৰ ঠেলি আমি উৎসাহেৰে আগুৱাই গৈছোঁ। মোৰ সঙ্গীয়ে কৈছে যে এইবাৰ ডাব্‌লিন্ পালে মাকৰ কাষত প্ৰতিজ্ঞা কৰিব যে ভবিষ্যতে আৰু অত্যধিক পৰিমাণে হুইস্কি নাখায়। এৰা, তেওঁ জানে, ডাবলিনত তেওঁৰ মাকে তেওঁৰ কাৰণে ৰৈ আছে···। হঠাৎ কৰিডৰটো শেষ হৈ গ'ল। এটা পকা ৰাস্তা পালোহি। ৰাস্তাত বেচি পোহৰ নাই। যান-বাহন আৰু মানুহ-দুনুহো বৰ বেচি নহয়। ৰাস্তাটো চিনাকি চিনাকি যেন লাগিল। এটা এন্ধাৰ কোন পালোহি। এইবাৰ ৰাস্তাটো চিনিব পাৰিছোঁ। শ্বিলং ৰ'ড্। ছে'ক্-কটা কামিজ পিন্ধা লৰা এটাই চাইকেল এখন ধৰি অকৰাৰ দৰে ঠিয় হৈ আছে। মই কলো, আৰে পৰেশ, তই

এতিয়াও আমাৰ কাৰণে ৰৈ আছ ! বেয়া নাপাবি ভাই, এটা গোলমালত পৰি অলপ দেৰী হৈ গ'ল ; কিন্তু উভতি আহিম বুলিতো তই জানই, বিমান সোনকালে পাৰোঁ !—

দীঘল উকি দি ট্ৰেইন বেস্লাইম্ ষ্টেচনত সোমাল। জাৰ্মানী পালোহি তেনেহলে। মোৰ সঙ্গীক এইবাৰ জগাই দিয়া দৰ্কাৰ, ইয়াত সীমাৰ পুলিচে এতিয়া পাচ্ পৰ্ট্ চাবলৈ সোমাব। লৰালৰিকৈ বিমানলৈ লিখা চিঠিখনত পুনশ্চটো যোগ দিলো—দুঃখিত, গল্প এটা নহ'লগৈ !

নহ'লগৈ নেকি ?

---

# ধ্ৰুবক

পঢ়া নহ'ল, পঢ়োৱা নহ'ল আৰু পানো খোৱা নহ'ল, গতিকে আন বহুতো বকমৰ চিন্তা কৰোতেই স্কুলৰ দিনকেইটা গ'ল। কোৱা বাহুল্য, তাৰ বেছিভাগেই যাক কয় বাজে চিন্তা, আৰু সেইবোৰ কি, কোৱাও বাহুল্য। তথাপি নিতান্ত বাধ্য হৈ আমাৰ মফস্বল চহৰখনৰ সৰু ষ্টেচনটোৰ মাজেৰে ৰেলৰ আলি পাৰ হৈ স্কুললৈ মেট্ৰিকলৈকে অহাযোৱা কৰিলো। আমি গৈ ষ্টেচনটো পোৱাৰ প্ৰায় লগে লগেই ২-আপ্ গাড়ীখন আহি পায়, আমি অলপ ৰৈ যাত্ৰীবোৰৰ উঠা নমা চাওঁ, গাড়ীখন অলপ দেৰীকৈ আহিলে স্কুল পাওঁতে আমাৰো অলপ দেৰী হৈ যায়—আৰু গাড়ীখন প্ৰায়ে দেৰীকৈ আহে। ২-আপ্ গাড়ীখন আহি পোৱাৰ লগে লগে ষ্টেচনৰ কিতাপৰ দোকানখনৰ মানুহজনে মান্ধাতাৰ দিনৰ বিবৰ্ণ ছাতি এটা জপাই থৈ দোকানখন খুলি আলোচনীবোৰ সজায়, তাৰ পাচত মানুহ এজনে খবৰৰ কাগজৰ বাণ্ডিল এটা দি যায়। বাজে চিন্তাবোৰৰ ভিতৰত এইটোও প্ৰায়ে কৰিছো যে আমি সম্ভবতঃ মানুহজনৰ আকৰ্ষণতেই ষ্টেচনত নোযোৱাকৈ নোৱাৰো। তেওঁৰ আগমন নিৰ্গমন আৰু মুখৰ ব্যঞ্জনা ( অৰ্থাৎ তাৰ অভাব ) আমাৰ "মুখস্থ" হৈ গৈছে। ২-আপ্ গাড়ীখন অহাৰ লগে লগে তেওঁ দোকানখন খোলে, ১৫-ডাউন্ গাড়ীখন যোৱাৰ পাচত দোকানখন বন্ধ কৰি ছাতিটো তুলি লৈ চেণ্ডেলজোৰ পিন্ধি বাহিৰ হৈ যায়। দিনৰ পাচত দিন। ক্লাচ ফ'ৰ্, ফাইভ, চিক্স, চেভেন্, এইট্·········

আমি চাই লওঁ, কোনখন আলোচনী আজি নাই, তাৰ পাচত গৈ সোধো : "অমুকখন আছে নেকি ?"

অভ্যাস। মানুহজনে মুৰ তুলি চায়। সাধাৰণতে তেওঁ টুলখনত বহি চেণ্ডেলজোৰ খুলি সোঁভৰিৰ ওপৰত বাওভৰি তুলি আৰামকৈ বহে আৰু সোঁহাতেৰে থুঁতৰিটো ধৰি কপালখন কিঞ্চিৎ কোঁচাই আপাতদৃষ্টিত তলমুৰাকৈ বহি থাকে—কিন্তু তেওঁ আচলতে সমুখলৈহে চায়। একোখন গাড়ী আহি পালে তেওঁ ভৰি আৰু হাত সলনি কৰে। চিগাৰেট নাখায়, নস্য নলয়, পানো খোৱা নেদেখিলো কেতিয়াও। মুখখন অকণমান, ঈষৎ গৌৰ-বৰ্ণ, আৰু আমাৰ এজনৰ মতে "বঙালি

মাছৰ দৰে,” যদিও নাকৰ তলত সামান্য ক্ষয়-যোৱা টুথ-ব্ৰাচৰ দৰে গোফৰ আভাস আছে। যুগ-যুগান্তৰ তেওঁ সেই একেটা ধোবাই-ধোৱা ইস্ত্ৰি-নভগা কামিজ আৰু একেখন পাতল ধুতিকে পিন্ধি থাকে যেন ধাৰণা হয়। কেতিয়াও, অন্য কোনো ৰঙৰ অন্য কোনো বেশত আমি তেওঁক সপোনতো কল্পনা কৰি পোৱা নাই। মাজে মাজে ধুতিৰ আগটো মাটিত চুচৰি চুচৰি অলপ ধুলিময় হয়, বৰষুণৰ দিনত অলপ অলপ বোকাৰ দাগ লাগে। জাৰৰ দিনত এখন এড়ি-চাদৰৰ তলত বগা কামিজটো ঢাক খায়।

যিহওক, আমি সোধোঁ, “অমুকখন আছে নেকি ?”

তেওঁ মুখ তুলি চায়, থুঁতৰিটো হাতখনেৰে ধৰিয়েই করুণভাবে জোকাৰে, সোঁ চকুটো অস্পষ্টভাবে অলপ জপায়, আৰু কপালৰ কোঁচবোৰ অব্যাহত ৰাখি গভীৰ ট্ৰেজেডিৰ সুৰত আস্তে আস্তে কয়, “নাই, শেষ হৈ গৈছে।” তেওঁৰ ওপৰৰ পাৰিৰ দাঁত এটাৰ খাই-যোৱা ক'লা দাগ এটা চকুত পৰে।

আমি কিন্তু নাহাঁহো। আমি “বাৰু” বুলি গুচি আহোঁ। মাজে মাজে সন্দেহ হয়, আমি খৰিদ্দাৰ-জাতীয় প্ৰাণী নহওঁ বুলি মানুহজনে ৰাৰু বুজিয়েই নাপায়নে সঁচাকৈ ? তেওঁ মনে মনে হাঁহে নে বিৰক্তই হয় তেওঁৰ মুখৰ পৰা ধৰিব নোৱাৰোঁ, কিয়নো তাত কোনো ভাবাবেগৰ প্ৰতিক্ৰিয়া নাই। মাছৰ আৰু ভাবাবেগ কি ? কেইবাদিনো কাণপাতি শুনিছো, মানুহজনে গুণগুনায় নেকি। নাই! না পান, না তামোল, না চিগাৰেট, না নস্য, না গুণগুণনি। তেওঁ খায় নে ? শোৱে নে ? অবিশ্বাস্য !

আমি স্কুললৈ যাওঁ আৰু “বেঞ্চিৰ ওপৰত খাড়া” হওঁ, বা মজিয়াত আঠু কাঢ়ো। বাৰটা সোতৰৰ শ্বাট্‌ল্‌খন আহি পোৱাৰ শব্দ স্কুলৰ পৰাই পাওঁ আৰু জানো যে মানুহজনে এঘণ্টাৰ বাবে দোকানখন বন্ধ কৰি অদৃশ্য হৈছে। প্ৰায় কাটাই কাটাই এঘণ্টাৰ পাচত মানুহজনক আকৌ থুঁতৰিত হাত থৈ ভৰিৰ ওপৰত ভৰি তুলি নিৰ্বিকাৰ ভাবে উপবিষ্ট দেখা যাব।

আমাৰ অৱশ্যেই তেতিয়া হাত ঘড়ি নাছিল, মানুহজনেই আমাৰ ঘড়ি আছিল সন্দেহৰ সময়ত। ২-আপ্, বাৰটা-সোতৰ-শ্বাট্‌ল্, ১৫-ডাউন্।



মেট্ৰিকত তিনিবাৰ ফেল কৰাৰ পাচত বেচামাল চিন্তাবোৰে মোটামুটি এটা নিৰ্দ্দিষ্ট ৰূপ পালে : প্ৰথমতঃ, পঢ়াশুনা কৰি বিশেষ ফয়দা নাই, টকা কামাই কৰাটোহে প্ৰধান কথা। দ্বিতীয়তঃ, টকা কামাই এই গণ্ডগ্ৰামখনত কৰা টান, বাহিৰৰ দুনিয়াৰ পিনে যাব লাগিব। তৃতীয়তঃ, গতিকে ঘৰৰ পৰা পলায়নেই গতি। মনে মনে হাতত গোলাপফুল অঁকা টিনৰ বাকচ এটা লৈ ষ্টেচন পালোগৈ আৰু টিকেট কিনি সতৰ্কভাবে কপাহৰ বস্তা এদ'মৰ পিচ পিনে গাড়ীৰ বাবে অধৈৰ্য্য হৈ ৰৈ থাকিলো। সুদীৰ্ঘ, ব্যাকুল প্ৰতীক্ষাৰ শেষত গাড়ীখন আহিল, আৰু মই জাপ মাৰি উঠি পৰিলো, লগে লগেই বাহিৰলৈ চকু পৰিল। “অভ্যাসৰ নৰ······।” একেজাপেই নামি কিতাপৰ দোকানখনলৈ দৌৰি গ'লো আৰু লৰালৰিকৈ সুধিলো, “অমুকখন আছে নেকি ?”

তেওঁ মুখ তুলি চালে, সোঁ চকুটো অস্পষ্টভাবে জপালে, সোঁহাতেৰে থুঁতৰিটো করুণভাবে লৰালে, কপালৰ কোঁচবোৰ অকণো নসলালে, মুখখন মেলিলে, ওপৰৰ পাৰি দাঁতৰ খাই-যোৱা দাঁতটো দেখুৱালে, আৰু লাহে লাহে গভীৰ ট্ৰেজেডিৰ সুৰত ক'লে, “নাই, শেষ হৈ গৈছে।”

জীৱনত প্ৰথমবাৰলৈ মানুহজনৰ ওপৰত বিৰক্ত হলো। এওঁ কাঠৰ নে ৰক্ত-মাংসৰ ? স্পষ্ট দেখিছে—সৰু ষ্টেচন—মই গাড়ীৰ পৰা আমি আহিছো, মই ক'ৰবালৈ যাব ওলাইছো, অথচ মুখত সামান্যতম পৰিবৰ্ত্তন যদি আছে! হয়তো আজিও অন্যদিনৰ দৰে মনে মনে হাঁহিছে, ভাৱিছে 'মতলবী লৰা, ইয়াকি পাইছে!' বাৰু দেখিম, মই ভাবিলো। যেতিয়া জেপত নোটৰ বাণ্ডিল ঠাঁহ খুৱাই এদিন তোমাৰ সমুখত প্ৰথম শ্ৰেণীৰ ডাব্বাৰ পৰা নামিম, তেতিয়া সুধিম তোমাক এনে এখন আলোচনীৰ কথা, যিখন শেষ হৈ যোৱা নাই। তোমাৰ মুখখন তেতিয়া কি হয় দেখিম।

এইটো মনত নেখেলালে যে মানুহজন তাত মোৰ কাৰণে টুলখনত বহি ৰৈ নাথাকিবও পাৰে। সেইটো অভাবনীয়। গাৰ্ডে হুইচ্‌ল্ দিলে আৰু সেউজীয়া নিচান জোকাৰিলে, মই দৌৰ মাৰি ডাব্বাত জপিয়াই উঠিলো। লাহে লাহে সৰু হৈ হৈ মানুহজন অৱশেষত অদৃশ্য হৈ গ'ল, ভৰিৰ ওপৰত ভৰি তুলি আপাতদৃষ্টিত নতমুখ, কুঞ্চিত কপাল, টুথব্ৰাচ গোফ।

গাড়ীয়ে বহুদূৰ লৈ গ'ল, বহু ষ্টেচনত নমাই দিলে, বহু ৰকমৰ মানুহৰ মাজত। স্কুলত ব্যাখ্যা কৰিবলৈ নকল মৰা কবিতাটোৰ শাৰী চলন্ত গাড়ীৰ আৱাজৰ মাজে মাজে কেতিয়াবা মনত পৰিল, 'পল পল দণ্ড কৰি, সময় গৈছে উৰি, পাখিলগা কাঁড়ৰ নিচিনা অবিৰাম,' আৰু ময়ো পাখিলগা কাঁড়ৰ ( বা পঘাছিগা গৰুৰ ) দৰে গৈয়েই থাকিলো, কলিকতা, দিল্লী, বোম্বাই, মোগলচৰাই। কলিকতাত ব্যোমকেশ ৰায় দস্তিদাৰ বুলি এটি চৰিত্ৰৰ লগত চক্ৰবেড়িয়া ৰ'ড নৰ্থত কিছুদিন পাচত এখন অসমীয়া এৰি-মুগা-পাটৰ সৰবৰাহ খুলি বহিলো, পাইকাৰী আৰু খুচুৰা। এবছৰ পাচত ব্যোমকেশ ব্যোমত বিলীন হৈ গ'ল কেশ-বাকচটোৰ লগত। মইও কলিকতা এৰি মানে মানে ফৰাক্কাবাদ পালোগৈ। ব্যৱসায়-উদ্যোগ তাৰ পাচত কমি আহিল, নানা ৰকম এজেন্সি আৰু চাকৰিৰেই পল পল দণ্ড কৰি বছৰৰ পাচত বছৰ উৰি গ'ল, মানুহ চিনিব ধৰিলো। ক্ৰমাৎ বিশ্বাস দৃঢ় হৈ আহিল যে ধূৰ্ত্ত বুলি কিবা জন্তু যদি আছে, তেন্তে মানুহেই। আৰ, এম, এচৰ চৰ্টাৰ হৈ কিছুদিন চিন্ত্ৰিকোট-দিল্লী লাইনৰ ৰেলত অহা-যোৱা কৰিলো। লগৰ চৰ্টাৰ এজন ডেকা লৰা আছিল, মোটা কাঁচৰ চশমাৰ তলত তেওঁৰ বহি-যোৱা চকু। তেওঁ বহুত কিতাপ-পত্ৰ পঢ়ে। তেওঁ ক'লে, "জগৎ পৰিবৰ্ত্তনশীল, কিন্তু নিজৰ দেশৰ দৰে দেশ নাই, আপুনি ঘৰলৈ যাওক।" মই কলো যে এবাৰ আগ্ৰাত এজন অসমীয়া ল'ৰাৰ লগত দেখা হৈছিল হঠাৎ, তাজমহল চাবলৈ গৈ, তেওঁলোকৰ লগত সেইবাৰ আগ্ৰাত বিহু পাতিলো—সেই সময়ত মই নতুন এবিধ যোগান-ব্যৱসায় আৰম্ভ কৰিছো, বিহুৰ উৎসৱত 'আবকাৰী' বস্তুবাহানিৰ যোগান ময়েই দিলো—তাত মোৰ চহৰৰ মানুহ এজন লগ পালো, খবৰ বাতৰি পালো, ঘৰৰ আৰু দেশৰ বহু পৰিবৰ্ত্তন হৈছে, পুনৰ নিজক খাপ খুৱাই লোৱা টান হব, তেতিয়াই ঘৰলৈ যোৱাৰ কোনো ইচ্ছা নাই। অধ্যয়ণপুষ্ট ডেকাজনে ক'লে, 'আপুনি গ্ৰীক দৰ্শনৰ বিষয়ে জানেনে?' মই ক'লো 'হে! হে!' তেওঁ ক'লে, 'অমুকে কৈছে, সকলো প্ৰবহমান, কোনো বস্তুয়েই একেদৰে নাথাকে, এইটো স্বীকাৰ নকৰা বেকুবৰ কাম হব। কিন্তু অমুকে ক'তো কোৱা নাই যে সেইবুলি নিজৰ ঘৰৰ পৰা পলাই থাকিব লাগিব।' যুক্তিটো মোৰ মামুলী যেন লাগিল, কিন্তু গ্ৰীক দাৰ্শনিকৰ লগত হাম্‌লা নকৰাই উচিত হব বুলি ঠিক কৰি দিল্লী পালোগৈ। ৰুচিয়াই যিদিনা স্পুটনিক্ উৰালে সেইদিনা মই চাঁদনী-চৌকৰ 'ইনসানিয়াৎ ৰেষ্টোৰাঁৰ জগদ্বিখ্যাত শামীকাবাব প্ৰথমবাৰৰ কাৰনে চাখি চাইছো। স্পুটনিকৰ



কাণ্ডটোৱে মোক বিচলিত নকৰিলে, মই মাথো বুজিলো যে কাবাবটো বেয়া নহয় সঁচাকৈয়ে, আৰু যন্ত্ৰবিজ্ঞান বহুখিনি বাগবাঢ়িছে। সমুখৰ চকীত বহি কাষত এক স্তূপ পৰটা লৈ এজন বৃহদাকাৰ পাঠানে এটা বন্দুকৰ নলী পৰিস্কাৰ কৰিছিল, মই সংক্ষিপ্ত মন্তব্য কৰিলো যে ৰুচিয়াই এক "খেল্" দেখালে। ( বয়স বাঢ়িলে জ্ঞান বাঢ়ে—এইটোও বোধকৰো 'অমুক' দাৰ্শনিকেই কৈছিল, বা অন্য কোনোবাই—বাজে কথা কম কয়, সাৰ কথা কয়, শব্দ কম ব্যৱহাৰ কৰে—পৰিবৰ্ত্তনৰ চিন! ) পাঠান জনৰো বয়স হৈছে, তেওঁ নীৰৱে মূৰ দুপিয়াই সম্মতি জনালে, আৰু পুনৰ বন্দুক পৰিস্কাৰ কৰাত মন দিলে, আৰু সন্দেহৰ দৃষ্টিৰে মাজে মাজে মোলৈ চালে। তেওঁক মই "খানচাহেব" বুলি মাতিব আৰম্ভ কৰিলো, আৰু দিল্লীত মোৰ আৰ্থিক উন্নতি হব ধৰিলে। কিয়নো, মইও ইতিমধ্যে ধূৰ্ত্তালি শিকিছো যথেষ্ট, কিন্তু মই বোধহয় কিছু মাত্ৰা চেৰাই গ'লো। কাৰণ ছমাহৰ পাচত খানচাহেবে বন্দুকটো মোলৈ টোঁৱাই দৈত্যাকাৰ শৰীৰটোৰে মোৰ সমুখত থিয় হ'ল। দিল্লী এৰিলো।

ইত্যাদি নানা অভিজ্ঞতাৰে পুৰঠ হৈ পৰিলো। বোম্বাইৰ কোলাবাৰ হাজোতত এনিশা। সমষ্টিপুৰৰ ষ্টেচন-পুলিচৰ হাতত এদিন। কুতুব-মিনাৰ, দিৱান্-ই-খাচ্। বুদ্ধগয়া আৰু কাশীৰ গলি দেখিলো। লক্ষ্ণৌত এনিশা গাড়ীৰ পৰ্দাৰ আঁৰত বহি মই শুনিলো বাহিৰত ৰাস্তাত ঘোড়াৰ কদমৰ আৱাজ আৰু ভিতৰত মোৰ কাণত কাৰ "দিল"'ৰ পয়গাম। কিশানগঞ্জত সেইজাতীয় এটা ঘটনাতে এটা ৰাস্তাত এটা সৰু-সুৰা দাঙ্গা হৈ গ'ল। সময় বৈ গ'ল, বা উৰি গ'ল, পাখিলগা কাঁড়ৰ বেগত, বা ৰেলগাড়ীৰ বেগত, বা এক্কাগাড়ীৰ বেগত। ধুম-ধাম আণবিক, পৰমানবিক আৰু উদজান বোমা ফুটিব ধৰিলে চাৰিওপিনে, আজি শুনিলো বৰ্দ্ধমানত এগৰাকী তিৰোতাই একেলগে সাতটা সন্তান জন্ম দিলে, কালি শুনিলো 'ৰাজনৈতিক বা'-মাৰলীত অমুক ৰাষ্ট্ৰ মুমূৰ্ষু', নানান সমস্যা, বক্তবীজৰ দৰে জনসংখ্যা, আৰু মোৰ জেপত সঁচাকৈয়ে নোটৰ বাণ্ডিলে ঠাঁহ খাই ধৰিলে। কাশ্মীৰলৈ গৈ লে'কত নৌকাত ঘূৰিলো, নিউম'নিয়া হ'ল—আৰু অৱশেষত ঘৰৰ লৰা ঘৰলৈ গুচি আহিলো।

ৰেলখন ষ্টেচনত সোমোৱাৰ লগে লগে খিৰিকীৰে লক্ষ্য কৰিলো, আমাৰ পুৰণি স্কুল খনৰ ঠাইত এটা ওখ দালান। প্লেটফৰ্মখন ডাঙৰ হৈছে। মানুহবোৰে

প্লেটফৰ্ম-টিকেট দেখুৱাইহে ভিতৰ সোমাইছে। ষ্টেচনতো নিয়ন লাইট লগোৱা হৈছে। মানুহবোৰো একেবাৰে আচহুৱা আচহুৱা। বুজিলো, আমাৰ চহৰখনো 'প্ৰবহমান', বিৰাট পৰিবৰ্ত্তন হৈছে, এবা, দুনিয়াৰ সকলো বস্তুৰে বিৰাট পৰিবৰ্ত্তন হৈছে।

টিকেটটো দি বাহিৰ হৈ যাব খুজি বৈ গ'লো। অকস্মাৎ ধাৰণা হ'ল, যোৱাকালি ষ্টেচনটো এৰি গৈছিলো স্কুলৰ পৰা উভতি যাওঁতে, আজি আকৌ আহিছো। কিতাপৰ দোকান খনত—দোকান খন কিছু আধুনিক হৈছে—টুল এখনৰ ওপৰত বহি ভৰিত ভৰি তুলি···

( মৎস্যাদিৰ গঠনাকৃতিৰ ক্ৰমপৰিবৰ্ত্তনৰ বিষয়ে মই বিন্দুমাত্ৰ নাজানো। কিন্তু অনুমান কৰিব পৰিলো যে ববালি মাছৰ গঢ়ৰ পৰিবৰ্ত্তনৰ হাৰ মন্থৰ, অতি মন্থৰ··· )।

যাবৰ দিনাৰ প্ৰতিজ্ঞাটো মোৰ মনত নপৰিল। "অভ্যাসৰ নৰ···।" মই চালো, কোনখন আলোচনী নাই, তাৰ পাচত সুধিলো "অমুক খন আছে নেকি ?"

তেওঁ মুৰ তুলি চালে, সোঁ চকুটো অস্পষ্টভাবে জপালে, সোঁহাতেৰে থুতৰিটো কৰুণভাবে লৰালে, কপালৰ কোঁচবোৰ অকণো নসলালে, মুখখন মেলিলে, ওপৰৰ পাৰি দাঁতৰ খাই-যোৱা দাঁতটো দেখুৱালে, আৰু লাহে লাহে গভীৰ ট্ৰেজেডিৰ সুৰত ক'লে, "নাই, শেষ।"

তেওঁ দুটা শব্দ কম কৈছে !

---

আকৰ :

১। অশান্ত ইলেক্ট্ৰন্ ( 'ৰামধেনু' ৩য় বছৰ ১০ম/১১শ সংখ্যা—১ম পুৰস্কাৰ, ৰামধেনু' চুটি গল্প প্ৰতিযোগীতা ১৮৭২ শক )
২। জ্যামিতি ( ঐ ৬ষ্ঠ বছৰ ১২শ সংখ্যা )
৩। বাৰ্ কাৰ্'ল্ ( ঐ ১০ম বছৰ ৭ম সংখ্যা )
৪। বাসন্তিকা ( 'মণিদীপ', ১ম বছৰ ২য় সংখ্যা )
৫। কেন্দ্ৰাভিমুখ ( 'কটনিয়ান', ৩৩শ সংখ্যা, ১৮৭৯ শক )
৬। ধ্ৰুবক ( 'মণিদীপ,' ১ম বছৰ, ৪ৰ্থ সংখ্যা, )

[ ২। আৰু ৪। ১৯৫০ চনতে লিখা, বাকীবোৰ প্ৰকাশকালৰ সমসাময়িক ]